# মৰমী অঞ্জলী

( পত্ৰকাব্য )



লিখক :

শ্ৰীপ্ৰদীপ বৰুৱা

দিহিং সত্ৰ

উজান গুৱাহাটী

গুৱাহাটী-৩

"MARAMI ANJALI" —the book is consisting six letters in six different seasons of an Assamese year. The book may be treated as "Patra Kabya", written by Shri Pradip Baruah Dihing Satra, North Guwahati, Guwahati–30 and Published by Shri Umesh Ch. Kalita, Kahilipara, Guwahati-19.

লিখক : শ্ৰীপ্ৰদীপ বৰুৱা
দিহিং সত্ৰ, উত্তৰ গুৱাহাটী
গুৱাহাটী-৭৮১০৩০

প্ৰকাশক : শ্ৰীউমেশ চন্দ্ৰ কলিতা
বিবিনা পথ, (জাৰ্নেলিষ্ট কলনীৰ কাষত)
কাহিলীপাৰা,
গুৱাহাটী-৭৮১০১৯

প্ৰথম প্ৰকাশ :
১৫ আগষ্ট/১৯৯৪ চন ।

বেটুপাতৰ শিল্পী :
শ্ৰীধ্ৰুৱ ডেকা
আৰ্টিষ্ট গিল্ড, চান্দমাৰী
গুৱাহাটী-৭৮১০০৩

মূল্য : ৩২'০০ টকা মাত্ৰ

মুদ্ৰক : ক্ৰন্টিয়াৰ ইণ্ডাষ্ট্ৰিজ
শিলপুখুৰী, গুৱাহাটী-৭৮১০০৩

# উৎসৰ্গা

১৯৭১ চনৰ মাঘ মাহৰ কৃষ্ণা একাদশীৰ দিনটো আমাৰ পৰিয়াল-টিৰ বাবে অতিশয় শোক আৰু পৰিতাপৰ দিন আছিল। সেইদিনা দেউতাই শিলঙৰ বেচ্ চেট্ হস্পিতালত বক্ষৰোগত ইহলীলা সম্বৰণ কৰিছিল। মৃত্যুৰ সময়ত আমাৰ পৰিয়ালৰ কাকো দেউতাই শেষ-বাৰৰ বাবেও চাবলৈ নাপালে। আন এগৰাকী ৰোগীৰ পৰা পাছত জানিব পাৰিছিলো যে—মৃত্যুৰ সময়ত দেউতাই আমাৰ আটাইৰে প্ৰতি ভগৱানৰ ওচৰত মঙ্গল কামনা কৰি আৰু আটাইকেইটালৈ আশীৰ্বাদ যাচি চিৰ দিনৰ বাবে চকু মুদিছিল।

সেইদিনা ধৰি আমাক পূজনীয়া মা শ্ৰীমতী অকন বৰুৱাই অশেষ কষ্টৰে তুলি তালি ডাঙৰ কৰিলে।

সেয়েহে দেউতাৰ মৃত্যুৰ দিনবে পৰাই অন্তৰত পুহি ৰখা, আন্তৰিক শ্ৰদ্ধাৰ বাবেই— মই মোৰ চিৰ পূজনীয়া 'মা'

আৰু

দেউতা ৺মহীচন্দ্ৰ বৰুৱা দেৱৰ

স্মৃতিত মোৰ প্ৰথম প্ৰকাশ

"[illegible] অঞ্জলী"

উছৰ্গা

কৰিলো।

ইতি—

শ্ৰীপ্ৰদীপ বৰুৱা

স্থায়ী ঠিকনা : খিং টাউন, নগাওঁ, অসম।

বৰ্ত্তমানৰ ঠিকনা : দিহিং সত্ৰ, উত্তৰ গুৱাহাটী

গুৱাহাটী-৩০, অসম।

# ॥ শ্ৰদ্ধাঞ্জলি ॥

কিতাপখনত বহুকেইজন বিশিষ্ট উপন্যাসিক, কবি, লিখক আদিৰ বহুকেইখন "মূল্যবান কিতাপৰ পৰা কিছুমান বিশেষ উক্তি সন্নিবিষ্ট কৰি মোৰ ব্যক্তিগত ভাব-অভাৱৰ পৰিসৰ বৃদ্ধি কৰিবলৈ সুবিধা পালো ।

"এনেধৰণৰ বিশিষ্ট উক্তিবোৰে লিখকসকলৰ লিখনীৰ মানদণ্ড সৃষ্টি কৰাৰ লগতে লিখকৰো প্ৰতিভা প্ৰতিপন্ন হ'ব ।"

এনেবোৰ বিশেষ উক্তি মোৰ বৰ ভাল লাগে— সেয়েহে বিভিন্ন লিখকৰ এনেবোৰ উক্তি মোৰ ক্ষুদ্ৰচিন্তাৰ দ্বাৰা লিখা এই 'মৰমী অঞ্জলী" কিতাপখনত প্ৰকাশ কৰিবলৈ পাই নিজেই ধন্য মানিলো— লগতে কিতাপখনৰ অন্তৰালত প্ৰকাশ কৰা সকলো কলমধন্য ব্যক্তিলৈ মোৰ আন্তৰিক

"শ্ৰদ্ধাঞ্জলি"

জ্ঞাপন কৰিলো ।

ইতি—

শ্ৰী[illegible]দীপ বৰুৱা

"লিখক"

## —লিখকৰ একাষাৰ—

জীৱনত যৌৱনৰ প্ৰবল জোৱাৰ উঠোতেই— মনৰ কল্পনা তথা আংশিক বাস্তৱৰ প্ৰতিক্ৰিয়াই এই কিতাপখনিৰ কেইখাখনো চিঠি লিখিবলৈ মোৰ মনটোক প্ৰেৰণা যোগাইছিল। সেয়েহে এখন দুখনকৈ আটাইকেইখন চিঠিয়েই লিখি সম্পূৰ্ণ কৰিছিলো।

বহুদিনৰ পৰাই পৰি থকা এই চিঠিসমূহ আজি কিছুদিনৰ আগতে— শ্ৰীকাৰ্ত্তিক কলিতা, কৃষ্ণকান্ত মহাজন, ৰাজেন্দ্ৰ ডেকা, ভগীৰথ দাস, ধন চন্দ্ৰ দাস, কুমাৰী অৰ্চ্চনা বৈশ্য, গীতিকা বৰুৱা আৰু চন্দ্ৰমা শইকীয়া (মইনা) আদি কেইবাজনো উদীয়মান যুৱক-যুৱতীয়ে হাতে লিখা অৱস্থাতে পঢ়ি চাই মোক এই চিঠি সমূহৰ দ্বাৰাই এখন কিতাপকৈ প্ৰকাশ কৰি উলিয়াবলৈ বৰকৈ উৎসাহিত কৰাত মযো কিতাপ আকাৰত এই চিঠিসমূহ প্ৰকাশ কৰিবলৈ মনস্থ কৰিলো। লগে লগে সেই চিঠিসমূহত আৰু দুআষাৰমান কথা সন্নিবিষ্ট কৰি— কিতাপ-খন প্ৰকাশৰ বাবে যুগুতাই উলিয়ালো। এইখিনি কৰোতে মোৰ সহধৰ্ম্মীনি শ্ৰীমতী অলকা বৰুৱাই মোক যথেষ্ট প্ৰেৰণা যোগালে। সেয়েহে মই ইয়াৰ দ্বাৰাই মোৰ শুভকাংখী ওপৰুক্ত আটাই কেইজন যুৱক-যুৱতী লগতে মোৰ সহধৰ্ম্মীনি শ্ৰীমতী অলকা বৰুৱালৈ হিয়াভৰা ওলগ আৰু আন্তৰিকতাৰে শলাগ যাচিলো।

কিন্তু অৰ্থৰ অভাৱত কিতাপখন প্ৰকাশ কৰিব নোৱাৰি এইবাৰ শ্ৰীউমেশ চন্দ্ৰ কলিতাদেৱৰ ওচৰ চাপিলো। তেখেতে মোৰ আগ্ৰহক বাধা নিদি কিতাপখন প্ৰকাশ কৰাৰ দায়িত্বটো গাত-পাতি লোৱাত মই অতিশয় আনন্দিত হৈ পৰিলো আৰু তেখেতে কথামতেই কিতাপখন প্ৰকাশ কৰি দিয়াৰ বাবে মই ইয়াৰ দ্বাৰাই তেখেতলৈ মোৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলো।

মই ভাবো লিখকৰ সমমৰ্য্যাদা প্ৰকাশকৰো হোৱা উচিত কিয়নো বহুতো উদীয়মান লিখকৰ বহু উচ্চ ভাৱধাৰাৰ লিখনী হয়তো প্ৰকাশৰ অসুবিধাত পাণ্ডুলিপি অৱস্থাতে এতিয়াও পৰি থাকিব লগা হৈছে— সেয়েহে প্ৰকাশক সকলৰ সহায়-সহানুভূতি লিখকসকলৰ বাবে অতিশয় প্ৰশংসনীয়।

এই চিঠিসমূহ কিন্তু কিতাপ আকাৰে মই কেতিয়াবা প্ৰকাশ কৰিম বা কৰিবলগীয়া হয় বুলি চিন্তাই কৰিব পৰা নাছিলো। মোৰ এই ক্ষুদ্ৰ চিন্তাৰে লিখা কথাবোৰেই যে এদিন কিতাপ আকাৰে ৰাইজৰ সমাদৰ বিচাৰি সমাজৰ মাজলৈ ওলাই যাব তাক মই কোনো দিনা কল্পনাও কৰা নাছিলো। তথাপি প্ৰকাশ কৰিলো মোৰ এই ক্ষুদ্ৰ চিন্তাৰে লিখা কথাবোৰ।

কিতাপখনত কিন্তু দুৰ্ভাগ্যবশতঃ কেইটামান শব্দৰ বানান ভুলকৈ ছপা হৈ ওলাল— এই ভুল বানানবোৰ লগতে কিতাপখনত যদি কোনো বাক্যৰ দ্বাৰা কাৰোবাক আঘাট কৰা যেন হৈছে নাইবা কিবা লিখনিতো ভুল হৈছে—এই সকলোবোৰ ভুলৰ বাবে—মই মোৰ প্ৰথম প্ৰকাশ হিচাপে সকলো পাঠক ৰাইজৰ ওচৰত ক্ষমা ভিক্ষা মাগিছো। লগতে ভুল সমূহ আঙুলিয়াই দি ভবিষ্যতৰ লিখনী সমূহক টনকিয়াল কৰিবলৈ অনুপ্ৰেৰণা যোগাব বুলিয়ে আশা কৰিলো।

শ্ৰীপ্ৰদীপ বৰুৱা
লিখক।




মৰমী অঞ্জলী,

এয়া, শীত কালৰ পুৱতি নিশাৰ অদৃশ্য পথৰ কুৱলীৰ প্ৰহেলিকা ঠেলি আগুৱাই গৈ থাকোতেই দেখা পালো এগৰাকী নাৰী জগতৰ অতুলনীয়, অপৰূপা মহান প্ৰতিমা, যি প্ৰতিমাৰ অবৰ্ণনীয় জেউতিৰ প্ৰকোপত নেকি গোটেই পৃথিবী ৰোমাঞ্চিত হৈ উঠে; যি প্ৰতিমাৰ কল্পনাতীত চেতনাৰ পৰশত নেকি অন্তৰ কপা শীত কালৰ বুঢ়া প্ৰকৃতিয়েও নতুন সাজেৰে নতুন উদ্যমেৰে নিজ নিজ পৰিবেশক পৰিবেষ্টিত কৰিব পাৰে; তেন্তে, সেই গৰাকী প্ৰকৃতি বাৰু কিমান মহান? কি-মান তেজস্বী?? আৰু কিমান সুন্দৰ??? তেন্তে কোন বাৰু সেই গৰাকী মহান প্ৰতিমা? ... তেওঁ হ'ল চিৰ সুন্দৰী মধুৰ "বসন্ত"! যাৰ পৰশত নেকি গোটেই বিশ্বই নতুনত্ব লাভ কৰে, পুৰণিৰ ৰংবোৰ পৰিত্যাগ কৰি নতুনৰ ন-ন সাজেৰে পৰি-স্ফুট হয়, জীৱ জগতত এক সুৰাসিক মলয়াৰ উন্মাদনাত হিল্লোলৰ সৃষ্টি হয় আৰু এই হেন মধুৰ বসন্তৰ আগমনতে মোৰ এই ক্ষুদ্ৰ হৃদয়ৰ কাষলৈকো চাপি আহিছিল এজাক মলয়া বতাহ, যাৰ পৰশত নেকি ময়ো ৰোমাঞ্চিত হৈ পৰিলো —আৰু--পাহৰি গলো এই বিশাল বিশ্বক। ক্ষণে ক্ষণে মাত্ৰ মনত পৰে সেই বতাহ চাটিলৈ, মৰম লাগে সেই গৰাকী যৌৱনাদীপ্ত মহান প্ৰতিমালৈ। তেন্তে, তেওঁ বাৰু কোন?—তেওঁ ? তেওঁ মোৰ অন্তৰৰ জাগ্ৰত প্ৰতিমা "মৰমী—অ—ঞ্জ—লী" জনী।

জানা 'অঞ্জলী' তোমালৈ মোৰ বৰ মৰম লাগে। আৰু তাৰ বাবেই এয়া একাজলি মৰমাশীৰ্ব্বাদ পঠালো তোমালৈ, আশাকৰো লবা।

যৌৱনৰ আদিম পুৱাতে কাঁচিয়লি ৰদত বহি উজ্জ্বল ভৱিষ্যতৰ সপোন ৰচি থাকোতেই আবদ্ধ হলো তোমাৰ প্ৰেমদৃষ্টিৰ কল্পিত বান্ধত। তোমাৰ অনুমানিক কল্পনাবোৰ, প্ৰেমদৃষ্টিৰ একা-বেকা বাট

বোৰ আৰু মনৰ অনুভূতিবোৰে মোৰ নতুন সবুজ মনটোক ইঙ্গিত দিলে—"তোমাৰ কোমল কেচা যৌৱনৰ নতুনত্বৰ প্ৰতি"।

বৰ্ত্তমান তোমাক মোৰ বৰ ভাল লাগে। ভাল লাগে তোমাৰ নব যৌৱনৰ আকৰ্ষণীয় ৰূপটো। ভাল লাগে তোমাৰ কুমল কমনীয় মুখৰ মধুৰ হাঁহিটি-- আৰু তাতোকৈ ভাল লাগে তোমাৰ নীলাভ চকুযুৰিৰ কোমল মৃদু দৃষ্টি ॥

তোমাৰ প্ৰতি মোৰ ভালপোৱা আৰু গভীৰ মৰমবোৰ বৰ্ত্তমানে উদয় হোৱা নহয়। প্ৰকৃততে তোমালৈ মোৰ মৰম লাগিছিল-'তোমাৰ শৈশৱস্থাৰ পৰা'। মৰম কৰিছিলো-নিস্বাৰ্থভাবে। কিন্তু সেই মৰমবোৰতো কোনো আশাৰ কেৰুন নাছিল বুলি কলে মোৰেই ভুল হব। আৰু আজি সেই আশাৰ মৰমবোৰ মোৰ অন্তৰত গাঢ় হৈ পৰিল। অতীতত ভালপোৱা বা মৰম কৰাৰ চিত্ৰ-চানেকি আজি আৰু নাই-- মই আজি অনুভৱ কৰিছো, মোৰ অন্তৰৰ মৰমবোৰত, বিশেষকৈ তোমাৰ প্ৰতি লুকায় আছে কিছুমান বাসনা জড়িত কলুষিত কামনা। যি কামনাৰ মূল লক্ষ্য-দুৰ্ব্বাৰ মিলনৰ বাস্তৱিক আকাঙ্খা। যৌৱনৰ উৎকট তাড়নাৰ প্ৰকোপত অতীতৰ ভালপোৱাৰ সীমাৰেখা অতিক্ৰম হ'ল--- মোৰ এই ভালপোৱাক হলিৰাম ডেকাৰ "অৰুনালৈ চিঠি" নামৰ কিতাপখনত লিখা কথা কেইফাকিৰ লগত ৰিজাব পাৰি। তেওঁ লিখিছে "মই সকতে ভাল পাইছিলো যেয়ে মোক বাতাচা এডোখৰ দিয়ে, কুহিয়াৰ এডোখৰ কাটি মুখত লব পৰাকৈ দিয়ে। তাৰ পিচত ভাল পাইছিলো যেয়ে মোক মৰম কৰি বুকুত সাবটি লয়, কানি কাপোৰ খিনি পৰিপাটি কৰি দিয়ে। তাৰ পাচত ভাল পালো যেয়ে মোলৈ মৰমৰ চকুৰে চায়, দোষ কৰিলে ক্ষমা কৰে আৰু উদগণি যোগাবলৈ কথা বতৰা কয়; মোক যেয়ে ভাল পায় তাকেই ভাল পাও এয়ে বোধহয় মোৰ ধৰ্ম্ম হ'লগৈ।" --একেদৰেই মোৰ নিস্বাৰ্থ আন্তৰিক মৰমৰ বান্ধোনতেই বান্ধি ৰাখিছিলো তোমাৰ কোমল কমনীয় মনটো,

শৰীৰটো। একালত সাবতি ধৰিছিলো, মৰমেৰে তোমাক সোমোৱাই লৈছিলো মোৰ বুকুৰ মাজত। কিন্তু কিয় আজি মোৰ মনটো অকস্মাত ব্যাকুলিত হৈ গ'ল একমাত্র তোমাৰ কাৰণেই মই নিজেই কব নোৱাৰো। বৰ্ত্তমান মই মাত্র ভালপাও তোমাক, তোমাৰ উজ্জ্বল চকুহুটিৰ মৰমলগা দৃষ্টি আৰু ভাল লাগে তোমাৰ শৰীৰৰ বহুতো…।

জানা অঞ্জলী, তুমি বৰ্ত্তমান মোৰ শৰীৰৰ এটা প্রধান অঙ্গ। যিটো অঙ্গৰ অবিহনে মোৰ জীৱন অসাৰ্থক, যাৰ অভাৱত মোৰ আত্মতৃপ্তিৰ বাটত দেখা দিযে কিছুমান অবৰ্ণনীয় বেদনাযুক্ত কাইটে আৰু যাৰ অসহায়তা উপলব্ধি কৰিলে মোৰ বাবে উজ্জ্বল পৃথিবী খনেই ডুব যায় ঘন আন্ধাৰৰ মাজত, মই হৈ পৰো জীৱন্ত অন্ধ। তেন্তে কোৱা-মোৰ জীৱনৰ বাবে এই অঙ্গটো বাৰু কিমান লাগতিয়াল, কিমান মৰমৰ আৰু কিমান যতনৰ ?? তেন্তে সেই অঙ্গটোৱেই যদি মই "তুমি" (মোৰ মৰমী অঞ্জলীজনী) বুলি অভিহীত কৰো তেন্তে তুমি জানো বেয়া পাবা অঞ্জলী ?

বৰ্ত্তমান মই অনুভব কৰিছো— তুমি মোৰ প্রাণৰ প্রতিমা, এটি উজ্জ্বল মণি। সেই বাবেই মই উজাগৰে পাৰ কৰি দিছো বহুকেইটা ৰাতি। ৰাতিৰ নিসঙ্গতাত মাত্র কল্পনা কৰো তোমাক পাবলৈ। কল্পনা কৰো তোমাৰ মুখৰ অকৃত্রিম ছবিটিৰ। মন যায় বহুবাৰ তোমাৰ কাল্পনিক চিত্রটোকে সাবতি ধৰি অজস্র চুমা আকি দিবলৈ। মোৰ চকুৰ আগত অনবৰতে ভাহি উঠে— ভবিষ্যতৰ ৰঙীন কল্পনাৰ ৰঙীন সপোনবোৰ। হঠাৎ কেতিয়াবা আকস্মিক উৎফুল্লতাৰে মোৰ মনটো আবৰি ধৰে—ক্ষনে ক্ষনে মনত পৰে একমাত্র তোমালৈ।

জানা অঞ্জলী, মোৰ এই বলিয়া যৌৱনৰ এই উদণ্ড মনটোক যে মই আজি কিছুদিনৰ পৰা একেবাৰে নিয়ন্ত্রণ কৰিব নোৱাৰা হলো। মোৰ মনটো কমুৱা তুলাৰ দৰে উৰি ফুৰে বতাহৰ বিভিন্ন ঢালত। উদ্দেশ্য মাত্র এটা— তোমাৰ অপৰূপ সৌন্দৰ্য্যেৰে ভৰা মৰমী দেহাৰ ছবিটি চোৱাৰ আৰু সেই কাৰণেই মই ৰৈ থাকো তোমাৰ কলেজৰ

সময়ত— তুমি অহা ৰাস্তাত এক অজ্ঞান পথিকৰ দৰে। মোৰ দৰে এনে এটা স্বভাব পৰিলক্ষিত হৈছিল বিশিষ্ট চুটি গল্প লিখক, উপন্যাসিক— চৈয়দ আব্দুল মালিকৰ "বিহু মেটেকাৰ ফুল" নামৰ উপন্যাস খনিত। তাত তেখেতে লিখিছে "কলেজতো ভালে কেইজনী ৰূপহী ছোৱালী আছিল, কিন্তু এই ছোৱালীজনীৰ ৰূপ সৌন্দৰ্য্যই আন সকলো ছোৱালীৰ সৌন্দৰ্য্যক নিস্পভ কৰি পেলাইছিল। মোৰ চকু অনবৰত ছোৱালীজনী অহা-যোৱা কৰা আলিবাটত নিবদ্ধ থাকে। মেচৰ আন কেইজনৰ পৰা সন্তৰ্পনে নিজক নিলগাই মই এই ছোৱালীজনীক চাইছিলো, চাবৰ কাৰণে উদ্ধাউল হৈছিলো। পুৱা-গধুলী ছোৱালীজনীক এবাৰ নেদেখিলে মই শান্তি নাপাইছিলো। ধৈৰ্য্য নোহোৱা হৈ পৰিছিলো। ভাবিছিলো মোৰ কথা কোনোৱে কব নোৱাৰে।" এই কিতাপখনৰ প্ৰেমিকৰ দৰে ময়ো আজি আবদ্ধ কিছুমান কল্পনাতীত আশাৰ প্ৰতিক্ষাত। দিনটোত তোমাক এবাৰ দেখা নাপালে মই যে শান্তি নাপাও। অশান্তিৰে পৰিপূৰ্ণ কিছুমান কৰ্কশ বেদনাৰ তাড়নাত চটফটাই থাকিয়ে পাৰ কৰি দিও—নিদাৰুণ-কঠোৰ অন্ধকাৰ ৰাতিটো। কল্পনাৰ মৰ্ম্মে মৰ্ম্মে উপলব্ধি কৰো তোমাৰ মৰমবোৰ— ক্ষনে ক্ষনে মনত পৰে তোমাৰ নীলাভ চকুযুৰিৰ কুমল মৃদু "প্ৰেমদৃষ্টি"। আত্মতৃপ্তিৰে উপভোগ কৰো মোৰ কল্পনাবোৰকে— যি কল্পনাৰ কেন্দ্ৰ মাত্ৰ তুমি- মোৰ মৰমৰ "মৰমী অঞ্জলীজনী"।

আকস্মিক ভাবে পোৱা মোৰ এই চিঠিখনে তোমাক নিশ্চয় ক্ষন্তেকৰ কাৰণে হলেও বিতস্ত কৰি তুলিব নহয়? এনে হোৱাটো স্বাভাৱিক। কিন্তু তাৰ বাবে দায়ী জানো মই ?? দায়ী অকল মঞে নহয়। ইয়াত জড়িত আছে তোমাৰ মৰম লগা নৱ-যৌৱনৰ প্ৰেম দৃষ্টি আৰু মোৰ উতলা যৌৱন। তুমিও হয়তো উপলব্ধি কৰিব পাৰিছা-- আত্মানুভৱ কৰিছা-- যৌৱনৰ জোৱাৰবোৰ কিমান প্ৰবল !! এই প্ৰবল জোৱাৰৰ প্ৰকোপতেই মই আজি নিবদ্ধ। চেষ্টা কৰো ভাটাঁহৈ আতৰি যাবলৈ— এই মৰম লগা পাৰটিৰ পৰা— কিন্তু কিয়

জানো মোৰ প্ৰাণত পুণৰ জোৱাৰ উঠে। আপোনা-আপোনী গুচি যায় মোৰ তীব্ৰ চঞ্চল মনটোৱে তোমাৰ ৰূপদৃষ্টি উপভোগ কৰিবলৈ।

অঞ্জলী! আজি কেইবাদিনৰ পৰাই মই অনুভৱ কৰিছো মোৰ নিদ্ৰাৰ সপোনবোৰ যেন মধুৰ হৈ উঠিছে, যাৰ তৃপ্তি অপৰিসীম— যি স্বপ্ন কল্পনাতীত আৰু যি স্বপ্নক ধাৰাবাহিক বাস্তৱ বুলিও নোৱাৰি। মানে? তুমি মোৰ স্বপ্নৰ আধাৰ। চকুৰ আগত জিলিকি উঠে তোমাৰ উজ্জ্বল প্ৰতিচ্ছবি। তুমি যেন মোৰ কাষত বহি তোমাৰ মিহি কুমল আঙুলি কেইটাৰে মোৰ চুলিৰ মাজত প্ৰণয়ৰ সৃষ্টি কৰা। মনত আবেগৰ সঞ্চাৰ কৰা। কিন্তু তৎক্ষানাত সাৰপাই তোমাক নেদেখিলে মোৰ অন্তৰখন কান্দি উঠে, চিন্তা ৰোগত কষ্টভোগী বাকী সময়খিনি উজাগৰে পৰি থাকো প্ৰানহীন, চেতনাহীন বিছনা-খনত নানা কথা কল্পনা কৰি। অপেক্ষা মাত্ৰ পুৱতীৰ পোহৰ জাকলৈ।

মই নিজেই নাজানো, কিয় আজি তোমাৰ প্ৰাণ পৰশা মিঠাজ মৰমবোৰ মোৰ বাবে কৃত্ৰিম যেন লাগিছে! কিয় আজি মোৰ এই ক্ষুদ্ৰ হৃদয়ত আঘাট কৰিলে তোমাৰ প্ৰেম দৃষ্টিৰ প্ৰত্যক্ষ বানে! কিয় আজি মোৰ এই নিচলা মনটো মেৰাই পেলালে তোমাৰ এই গভীৰ ভালপোৱাৰ অসীম লতাৰে। কিন্তু অঞ্জলী, তোমাৰ এই ভাল পোৱা মোৰ বাবে জানো স্থায়ী? যদি কেতিয়াবা হেৰাই যায় তোমাৰ অন্তৰৰ সেই চুম্বকত্ব? পাৰিবা জানো ভাবিব— তেতিয়া মোৰ জীৱনত কিহৰ ছাঁ পৰিব? এই খিনিতে তুমি চাগৈ ভাবিছা এই প্ৰশ্ন দুটা যদি ওভোতাই নিজেই নিজকে কৰিলা হেতেন— তেতিয়া? তেতিয়া মই মোৰ উত্তৰ তোমাক এইদৰে দিলো হয়— মোৰ এই নৱ-যৌৱনৰ নতুন প্ৰেমেৰে গঢ়া চুম্বকৰ চুম্বকত্ব সদায় স্থায়ী আৰু এই স্থায়ীত্ব জীয়াই থাকিব যিদিনালৈকে এই পৃথিৱীত মোৰ এই মন-চুম্বকত্বৰ অস্তিত্ব থাকিব। উপন্যাসিক শ্ৰীহিতেশ ডেকাৰ "জীৱন সংঘাত" পঢ়িছা? তাত তেখেতে লিখিছে— "মানুহৰ জীৱন

যে খন্তেকীয়া আৰু কামনা যে অপুৰণীয় এই সত্য দিনে দিনে জগতত প্ৰকাশিত হব ধৰিছে ; অথচ অজ্ঞতা বা নানা প্ৰপঞ্চৰ কাৰণে মানুহে দিনে দেখিও নেদেখাৰ দৰে হৈ জীৱন আৰু আকাঙ্খাৰ ওপৰত গুৰুত্ব দিয়ে ' নিশ্বাসৰ বিশ্বাস নাই-- কেতিয়া এই নিশ্বাসে আমাক ঠগায় তাৰ ঠিকনা নাই। আমি কালৰ পুতলা। আমাৰ সীমিত শক্তি, কিন্তু কামনা বা আকাঙ্খা অসীম। সেয়েহে জীৱনত এই সংসাৰত আকাঙ্খাৰ শেষ নহয়-- মৃত্যুৰ দিনলৈকেও।" মোৰ অন্তৰখনো ব্যতিক্ৰম হব নোৱাৰে-- এই কথা ফাকিৰ। তোমাকে কেন্দ্ৰ কৰি মোৰ প্ৰাণতো উদয় হয় সীমাহীন আশা আকাঙ্খা, অপৰ্য্যাপ্ত মৰম, ভালপোৱা আৰু কল্পনাতীত কামনা। জানা অঞ্জলী-- জীৱন জোপোহা জোপাত যৌৱনৰ সঞ্চাৰ হয় মাত্ৰ এদিন, এটা ক্ষনত, এটা মুহুৰ্ত্তত আৰু তেতিয়াই তাক আবৰি ধৰে অসংখ্য লতাৰ মেৰপাকে। সিহঁতেই যেন তাৰ জীৱন সঙ্গী। সুদূৰ ভবিষ্যতৰ কোনো এটা দিনত অবসান ঘটে সিহঁতৰ কামনা মুক্ত ৰসহীন দেহাটিৰ। কিন্তু মৃত্যুৰ আগমুহুৰ্ত্তলৈকে সিহঁতৰ প্ৰাণত পোৱালী দিয়ে কিছুমান আশা-আকাঙ্খাৰ কামনায়ে।

জীৱনত (যৌৱনৰ সৃষ্টি হয় মাত্ৰ এবাৰ) এটা দিন আছে, সময় আছে যিটো সময়ত নিজকে নিজে সংযত কৰিব নোৱাৰা হয়, উন্তাউল মনত প্ৰেমৰ সঞ্চাৰ হয় আৰু যিটো সময়ত মানুহে পশুত-কৈও নিচ হবলৈ কুণ্ঠাবোধ নকৰে-- তেতিয়াই জীৱনত যৌৱন আছে। যৌৱনৰ উতলা বানত মন প্ৰাণ উটি ফুৰে আৰু কেতিয়াবা হয়তু বৈ যায় কিছুমান মৰম লগা কোমল জঁাজিত। সেই জঁাজিয়েই যদি প্ৰেমিকা হয় আৰু ঢৌত প্লাবিত মনটোৱেই যদি প্ৰেমিক হয় তেন্তে সিহঁতৰ সঙ্গম জানো মধুৰ নহয়? সিহঁতৰ ভবিষ্যত জানো সুখৰ নহয়? নিশ্চয়! সিহঁতৰ জীৱনবোৰ সুখৰ কৰি তোলে সিহঁতৰ পাৰস্পৰিক মৰমবোৰে, মিলাপ্ৰীতিবোৰে আৰু উচ্চ চিন্তাযুক্ত বুদ্ধি বোৰে। সিহঁতৰ মিলন হয় আধ্যাত্মিক; স্বৰ্গীয়।

জানা অঞ্জলী, ময়ো আজি হেৰুৱাই পেলাইছো মোৰ আত্ম-

চেতনা, আত্মবোধ আৰু সংযম। জীৱনত বহুবাৰ বহুতো ভুল কৰিব বিছাৰিছিলো কিন্তু কৰা নাছিলো। আজি কিন্তু মোৰ জীৱনত সেই একে ভুলেই উত্তৰ হ'ল। আজিৰ ভুলৰ স্বিকাৰুক্তি মই নিজেই নিজকে দিব নোৱাৰো। মাত্ৰ মই ভাবো-- মোৰ এই ভুলক যাতে কোনোৱে ভুল বুলি অভিহীত নকৰে আৰু মোৰ এই নতুন পথত যাতে কোনোৱে হুল নুপুতে। মই আশাকৰো মোৰ এই বাট যেন মুক্ত হয়, পৰিস্কাৰ হয়। তাৰবাবে প্ৰত্যাক্ষ দৃষ্টিৰ প্ৰয়োজন হব একমাত্ৰ তোমাৰ আৰু মোৰ।

আজি মোৰ কিয় জানো অকনো ভয় লগা নাই তোমালৈ এই চিঠিখন লিখিবলৈ কিন্তু আজি বহুদিনৰ আগৰে পৰা মই অন্তৰতে সীমাহীন মৰম আৰু দৃঢ় মনোভাৱ লৈ সময়ৰ সোতঁত আগবাঢ়ি গৈ আছিলো যদিও মোৰ অন্তৰত অকনমান মাত্ৰ সাহসৰ অভাৱ হৈছিল— তোমাক মোৰ ভালপোৱাৰ প্ৰতিশ্ৰুতি দিবলৈ। কিন্তু "কিঙ্কিনীৰ কলঙ্ক" নামৰ উপন্যাসখনত উপন্যাসিক কুমাৰ কিশোৰে লিখিছে— "অপ্ৰকাশিত বেদনাই মন খুলি খুলি খায়। প্ৰকাশ কৰিব নোৱাৰাৰ চিন্তাই দেহ মন জৰ্জ্জৰিত কৰি তোলে। ৰুগীয়া কৰে।" তেখেতে লিখাৰ দৰেই মোৰ অন্তৰতো উমাই-উমাই জ্বলি আছিল একুৰা তুঁহ-জুই। যি জুইক প্ৰজ্বলিত কৰিবলৈ গলে মাত্ৰ তীব্ৰ ধোঁৱাৰ প্ৰকোপত চকুৰ লোতক নিগৰি পৰাৰ বাহিৰে. আন একো প্ৰতিক্ৰিয়া নহয়। কিন্তু কিয় আজি কণমান বতাহৰ বা লাগি এই আন্তৰিক জুই কুৰা দপদপ কৈ জ্বলি উঠিল মই নিজেই কব নোৱাৰো। বাধ্য হলো আজি নিৰ্ভয়েৰে প্ৰকাশ কৰিবলৈ মোৰ হৃদয়ত জ্বলি থকা জুইৰ কাৰণবোৰ। শুনা! বৰ্ণনাৰ চমু বাটেৰে গলে মই মাত্ৰ কম, মই তোমাক খু-উ-ব ভাল পাওঁ। তোমাৰ মৰমী দেহাৰ উজ্বল ছবিটি মোৰ কল্পনাত ক্ষনে ক্ষনে ভাহি উঠে-- চকুৰ আগত জিলিকি উঠে তোমাৰ শৰীৰৰ বহুতো। কল্পনাত ভাহি উঠা মোৰ মৰমীজনীৰ ছবিটিকে মই উপভোগ কৰো। কল্পনাৰ উজ্বল ৰাজ্যখনত প্ৰজ্বলিত

হৈ থকা ৰাণী জনীয়েই যেন তুমি ! মোৰ মৰমৰ অঞ্জলীজনী। অকস্মাৎ স্বপ্নবিভুৰ মনটোক ধৈৰ্য্যৰ সীমাৰেখাত আবদ্ধ কৰি ৰাখিব নোৱাৰি পুনৰ কোনো এক মুহূৰ্ত্তত আগবঢ়ায় দিও কোনো এক বিভ্ৰান্ত পথেৰে।— কল্পনাত ভাহি উঠা তোমাৰ সেই সুন্দৰ প্ৰতিচ্ছবিটিকে মোৰ চুই চাবৰ মন যায়, বুকুৰ মাজত সুমুৱাই মৰম কৰিব মন যায়— সময়ত কেতিয়াবা একেবাৰে উত্তাবল হৈ আকস্মিক ভাৱেই সজোৰেৰে সাবতি ধৰো মোৰ মূৰৰ শিতানত থকা গাৰুটোকে। যাৰ নেকি প্ৰাণ নাই, স্পন্দন নাই, তাক জানো প্ৰাণভৰি মৰম কৰিব পাৰি অঞ্জলী ? মোৰ এই মৰমৰ চানেকি কণ মই উপন্যাসিক নিৰুপমা চৌধুৰীয়ে লিখা "কাচঘৰ" নামৰ উপন্যাসখনৰ এটি সংজ্ঞাৰ লগত বিজাব পাৰো। তাত তেখেতে লিখিছে "অতনুৰ ধাৰণা হ'ল যেন তেওঁৰ সন্মুখত তেনেদৰে লেতুসেতু খাই এটা বিশিষ্ট ভঙ্গিমাত ৰহি থকা সেইজনী ( মিচেছ দাস ) তেজ মঙহৰ মানুহ নহয়, কোনো অখ্যাত বা সুখ্যাত ভাস্কৰ্য্য শিল্পীৰ হাতে কটা যেন অপৰূপ শিলৰ মূৰ্ত্তি, যি মূৰ্ত্তিৰ স্পন্দন নাই, প্ৰাণ নাই, জীৱন নাই, অনুভৱৰ শক্তি নাই কিন্তু যাৰ অপৰূপ সৌন্দৰ্য্যক প্ৰাণভৰি চাব পাৰি, হাতেৰে স্পৰ্শ কৰি সেই প্ৰাণহীন দেহৰো প্ৰাণস্পন্দন কোঁহে৷ কোঁহে৷ উপলব্ধি কৰিব পাৰি।" --একেদৰেই মোৰ এই স্পন্দনহীন গাৰুটো যেন মোৰ বাবে চকুৰ আগত ভাহি উঠা তোমাৰ প্ৰতিমাৰ এক বাস্তৱ প্ৰতিচ্ছবি। যাক মই মৰম কৰো-- ব্যাকুলিত হৈ মোৰ বুকুৰ মাজত সোমোৱাই লওঁ-- আৰু বহুতো-- যিবোৰ নেকি মোৰ অন্তৰত পান জপাৰ দৰে ঠাহঁ খাই আছে অপ্ৰকাশিত ভাবেৰেই। যাক নেকি প্ৰকাশ কৰিবলৈ গলে মোৰ নিজৰেই লাজ লাগে-- আৰু তোমাক চিঠিৰ জৰিয়তে প্ৰকাশ কৰিলে হয়তু মোৰেই নগ্ন ৰূপটো [illegible] পৰিব। সেয়েহে মই, মোৰ এই অপ্ৰকাশিত কথাবোৰ মাত্ৰ [illegible] কৰিম একমাত্ৰ তোমাৰ আগত; এদিন। যি দিনা তুমি আৰু [illegible]ৱনৰ চৰম উত্তেজনাত উত্তেজিত হৈ মৰমেৰে দুয়ো দুয়োকে

সাবতি ধৰিম আৰু-ক্ষন্তেকৰ পাচতে জীৱন্ত চেতনা ঘূৰাই আনি তোমাৰ আগত প্ৰকাশ কৰিম মোৰ জীৱনৰ অপ্ৰকাশিত সৰ্বস্ব। তেতিয়া, হয়তো মোৰ এই অলিক কল্পনাবোৰ বাস্তৱত পৰিণত হব। মই আনন্দ পাম—প্ৰাণভৰি বাস্তৱক উপভোগ কৰিম।

কিন্তু অঞ্জলী! মোৰ এই গাঢ়ভাবে ভালপোৱা, আৰু দৃঢ়ভাৱে কৰা কল্পনাবোৰক নেওচি তুমি জানো মোক কেতিয়াবা পাহৰি যাবা? মই বিশ্বাস কৰো তুমি নাপাহৰা! কিন্তু পুনৰ ভয় লাগে সময়লৈ, কাৰণ সময়ে কেতিয়াবা মানুহক বিশ্বাসঘাটকতা কৰে—তথাপি সেয়ে যদি কেতিয়াবা হৈ যায় তেন্তে জানিবা মই হৈ পৰিম তোমাৰ মৰমৰ চিৰ ভিক্ষাৰ্থী।

অপ্ৰত্যাশিত ভাৱেৰেই আজি মোৰ এই চিঠিখন দীঘলীয়া কৰি পেলালো। তথাপি ধৰিলো তোমাৰ নিশ্চয় ধৈৰ্য্য থাকিব মোৰ এই দীঘলীয়া চিঠিখন পঢ়িবলৈ-- কাৰণ নৱ-যৌৱনাদীপ্ত যুৱক-যুৱতীয়ে প্ৰথম প্ৰেমত সৰু চিঠি যিমান আগ্ৰহেৰে পঢ়ে তাতোকৈ আগ্ৰহেৰে পঢ়ে দীঘলীয়া চিঠিবোৰ। আজিলৈ আহিলো। শেষত তোমাৰ মৰমী হাতৰ চিঠি এখন পাবলৈ বাট চাই থাকিলো। আশাকৰো দিবা।

পুনৰ তোমাক প্ৰতি একাজলি গন্ধমাশীৰ্বাদ যাচিলো।

ইতি

তোমাৰ প্ৰদীপদা।

মৰমী অঞ্জলী,

এয়া বসন্তৰ উস্মনা যৌৱনে আদৰি অনা গ্ৰীষ্ম কালৰ এটি জোনাক নিশা। ৰিব্ ৰিবকৈ বৈ অহা অফুৰন্ত বতাহ চাটিত নিশা-টিৰ বাবে জিৰণি বিছাৰি মৃদু জোনাকৰ কোলাত মই বহি আছো। অকলশৰীয়া মনটোত বিভিন্ন ধৰণৰ কিছুমান কল্পনাই খেলা কৰি গ'ল। মই আজি অনুভৱ কৰিছো— মোৰ বাবে আজি যেন গোটেই বিশ্বই শোক অনুভৱ কৰিছে। তাৰ বাবেই প্ৰকৃতিয়েও যেন আজি নিতাল মাৰি মোক এই বহল চোতালখনৰ মাজ-মজিয়াত এজাক জোনাকেৰে ভৰপূৰ আকাশৰ তলত কনমান শান্তিৰ স্থান দিছে। প্ৰকৃতি আজি নিমাত, নিস্তব্ধ। কিন্তু ..... হঠাৎ এটি পখীৰ চিঞৰে মোৰ মনৰ উৎফুল্লতা আৰু বিষাদৰ ভাব ভাঙি দিলে। আকাশলৈ চালো। দূৰ আকাশৰ অলেখ তৰাৰ মাজত জিলিকি আছে জোনবাইটো। অনুভৱ কৰিলো— জোনটোৱে যেন মোলৈ চাই চাই হাঁহি আছে। কিন্তু কিয়? মই দেখোন কিবাহে দেখিবলৈ পাইছো। মই অনুভৱ কৰিলো-- মই যেন সম্মোহন শক্তিহে (মেছমেৰিজিম) আয়ত্বাধীন কৰিলো। আকাশত যেন জোনটো নাই— তাৰ ঠাইত যেন জিলিকি আছে এখন সুন্দৰ নাৰীৰ মুখ। মুখখন যেন পশ্চিম আকাশৰ পৰা বিয়পি অহা ৰদ কাঁচলিৰ পৰশত সেন্দুৰৰ দৰে জিলিকি উঠিছে। সজল নয়নেৰে মোৰ ফালে যেন আকাশৰ পৰা আত্ম তৃপ্তিৰে চাইছে। কোমল কোমলীয়া মুখ খনেৰে যেন মোৰ ফালে চাই এটি মিচিকি হাঁহি মাৰি মোকো নিমন্ত্ৰণ কৰিছে-- তেওঁৰ কাষলৈ। সেই মুখখন যেন মোৰ চিৰ পৰিচিত। মোৰ মন আকাশত ভাহি থকা সেই মুখখনেই যেন-মোৰ মৰমী জনীৰ মুখ-! মোৰ মৰমী অঞ্জলী জনীৰ মুখ !!

মোৰ মুখৰ পৰা অতৰ্কিতে ওলাই পৰিল—অঞ্জলী কিয় তুমি সুদূৰ আকাশৰ পৰা মোক আজি উপহাস কৰিছা? মোৰ চিঠিৰ উত্তৰ তুমি জানো নিদিয়া?

তুৱাৰখনৰ শব্দত মোৰ মনলৈ চেতনা আহিল— মায়ে মোক মাতিছে ৰাতিৰ আহাৰ খাবলৈ। চিন্তাক্লিষ্ট মনটোক কিছু সুবিৰ-তাৰ মাজলৈ আনি চোতালৰ অকলশৰীয়া পৰিবেশৰ পৰা উঠি আহিলো। শুৱৰ সময়ত মায়ে কৈছিল— কৰবাৰ পৰা তোৰ এখন চিঠি আহিছে— তোৰ গাৰুৰ তলতে থৈ দিছো। তই খুলিছিলি নেকি মা? মই শুধিলো।

নাই খোলা— যেনেকৈ পাইছো তেনেকৈয়ে তোৰ গাৰুৰ তলতে থৈ দিছো—মায়ে কলে!

মই সচাকৈয়ে হতবাক হৈ পৰিছিলো—কাৰণ মই ঠিক অনু-মান কৰিছিলো এইখন তোমাৰেই চিঠি হব—যদি মায়ে খুলি চাই পঢ়িলে তেন্তে সৰ্ব্বনাশ হব। ভাগ্য ভাল মায়ে চিঠিখন খোলা নাই।

তোমাৰ মৰমী হাতৰ চিঠিখন আজি পালো অঞ্জলী। চিঠি-খন পায়ে মোৰ মনটো আনন্দত ভৰি পৰিল। তোমাৰ চিঠিখন হাতত লৈয়ে মই অতৰ্কিতে চিঠিখনৰ ওপৰতে চুমা আঁকি দিলো। ক্ষীণ ভাবে জ্বলি থকা লেম্পটো তৎক্ষনাত বেছিকৈ জ্বলাই ললো— কিন্তু মই সেই মূহুৰ্ত্তটোৰ কথা নিজেই কব নোৱাৰো— কোনে লেম্পৰ পোহৰটো বেছি উজ্বল কৰি তুলিলে। চিঠিখন খুলি চায়ে মই কল্পনা কৰিলো— ভাবিলো— তোমাৰ চিঠিখন, তোমাৰ সুন্দৰ আঁখৰ কেইটা সচাকৈয়ে তোমাৰ নিচিনা ধুনীয়া। তোমাৰ আখৰ কেইটা দেখিয়ে মোৰ প্ৰাণত এটা প্ৰবল প্ৰেমৰ জোৱাৰ উঠিল। আনন্দত মোৰ হাতখন কপি উঠিল— কিন্তু ভাবিলো ভিতৰত বা কি লিখিছে-- প্ৰজিটিভ হলেতো ভালেই নিগেটিভ্ হলেহে......। পঢ়িলো— তোমাৰ চিঠিখন কেইবাবাৰো পঢ়িলো— মনৰ হেঁপাহৰ জোখাৰে মই তোমাৰ প্ৰথম চিঠিখন পঢ়িলো-- শেষত চিঠিখন মোৰ বুকুৰ ওপৰতে লৈ শুই পৰিলো।

আকস্মিক ভাবে মোৰ পৰা চিঠিখন পাই তোমাৰ মনত যি প্ৰতিক্ৰিয়া হৈছিল— সেই একে প্ৰতিক্ৰিয়াই উৎকট ভাবে মোকো

আৰবি ধৰিলে। সচাকৈয়ে অঞ্জলী তোমাৰ চিঠিখন পাই মই আনন্দত আত্মহাৰা হৈ পৰিলো। তোমাৰ কল্পনাত উভৱ হোৱা ভাবৰোৰ মোৰ বাবে বাস্তৱৰ মূৰ্ত্ত প্ৰতীক। তুমি মোক প্ৰশ্ন কৰিছা মোৰ বাবে আপোনাৰ এই দৃঢ় ভাল পোৱা আপোনাৰ লিখনীত সে অঙ্কিত ?"

শুনা অঞ্জলী, মই তোমাক ভাল পাঁওঁ। মোৰ এই ভাল পোৱাৰ সীমা ৰেখাই মোৰ লিখনীত যিমান দূৰ অতিক্ৰম কৰি গৈছে তাতোকৈ বেছি অতিক্ৰম কৰি গৈছে মোৰ মনদিগন্তত সীমাহীন প্ৰতিচ্ছবিত। মোৰ মন আকাশত তোমাৰ প্ৰতিচ্ছবিয়ে পূৰ্ণিমাৰ জোনহৈ স্থিতি লৈছে। যাক মই হাজাৰ বাৰ উপভোগ কৰিলেও আৰু যেন বাকী থাকে। বহুবাৰ। আৰু। তোমাৰ প্ৰতিচ্ছবিটি মই মোৰ জীৱন কল্পনাৰ প্ৰথম দুৱাৰতে আঁকি থৈছো।

মোৰ কথাবোৰ তুমি প্ৰথমেই অবাস্তৱ বুলি ধৰিলেও মই তাক প্ৰকৃত স্বাভাৱিক বুলিয়ে গণ্য কৰো। মোৰ এনে ধাৰণাটো অৱশ্যে অকল মোৰেই নহয়। ই প্ৰকৃত নৱ-যৌৱনে গৰকি থকা প্ৰত্যেক যুৱক-যুৱতীৰে। কিন্তু কোনে জানে কালৰ সুঁতত আৰু মৰমৰ ঢৌবোৰ ক'ত কেতিয়া বিলীনহৈ যায়। তেতিয়া হয়তো নিজৰ মনতে নিজকে অপৰাধী যেন লাগিব। অতীতৰ বাস্তৱ সত্যবোৰক ঢাকি ৰাখিবলৈ প্ৰয়াস কৰিব-- নিজকে নিজে চিনি নাপাব তেওঁ বৰ্ত্তমান কি অৱস্থাত অৱস্থিত। সেয়েহে মানুহৰ জীৱনত প্ৰধানত আত্মবিশ্বাসৰ বৃহৎ প্ৰয়োজন। তাৰ বাবেই মহাত্মা গান্ধীয়ে ২৯।১।৪৫ তাৰিখে এটা বিশেষ উক্তি দিছিল (গান্ধীজীৰ এই উক্তিবোৰ শ্ৰীমতী নিৰ্ম্মলা বৰাই "বাপুৰ আশীৰ্ব্বাদ" নামৰ কিতাপখনত সংগৃহীত কৰিছিল— তেখেতে অনুবাদিকা হিচাবে আমাৰ মাজত গান্ধীজীৰ যি মহৎ বাণীবোৰ উদ্ধৃত কৰিলে তাৰ বাবে মই তেখেতলৈ আন্তৰিক শ্ৰদ্ধা আগবঢ়ালো)। তেখেতে লিখিছিল" নিজকে চিনিবলৈ হলে মানুহে নিজৰ পৰা বাহিৰলৈ ওলাই নিৰপেক্ষ হৈ নিজকে চাব লাগে।" জানা অঞ্জলী— যিসকলে নিজকে চিনি নাপায়

আত্মবিশ্বাসত যাৰ ভুল ধাৰণা জাগে, যাৰ ভাল পোৱাৰ অন্তৰালত তীব্ৰ প্ৰতিহিংসাৰ ভাব লুকায় থাকে তাৰ জীৱনত অশান্ত বেদনাই স্থিতাপি লয়। সি জীৱনত শান্তি নাপায়। কিন্তু ভগৱানক বিশ্বাস কৰি অন্তৰত অসীম শ্ৰদ্ধালৈ কোনো বস্তু বিছাৰিলে ভগৱানে তাক সেই বস্তু দান কৰে। এই কথা ফঁাকি The New Testament অত লিখা আছে যে "And all things, what soever ye Shall ask in prayer, believing, ye Shall receive". (সংগ্ৰাহক-- নিৰ্ম্মলা বৰা— বাপুৰ আশীৰ্ব্বাদ") ।

কিন্তু মোৰ ভালপোৱাত অন্তৰ্নিহীত আছে— ভগৱানৰ আশীৰ্ব্বাদ— বিশ্বাস কৰিবা জানো তুমি ? এয়া পুনৰ এটি সন্ধ্যা—মোৰ সন্মুখত থকা ভগৱান স্বৰূপ আটাইকেইজনা প্ৰতিমাকে মই প্ৰাৰ্থনা কৰিছো হাতত মাত্ৰ এডাল ধূপ আৰু অন্তৰত এগছি জ্বলন্ত বন্তিলৈ—যাতে মোৰ জীৱনৰ এই সচা আৰু জীয়া সপোন বিলাকে স্থান পায় কোনো এটা দিনৰ কোনো এটি ক্ষণত বাস্তৱৰ চিনাকি ৰূপে ।

মই আগতেও তোমাক কৈছো যে-- পাৰ্থিব জীৱনত মানুহৰ আশা আকাঙ্খা অপৰিসীম। কোনোবাই সকতে মোক এটা সাধৰ সুধা মনত আছে--''কি বস্তু দিনে দিনে কমি যায় আৰু কি বস্তু দিনে দিনে বাঢ়ি যায়-- সুটুটে ।”— সেই সাধৰটোৰ দৰেই মানুহৰ মনত আশা আকাঙ্খাই পোৱালী দিয়ে মৃত্যুৰ আগমুহূৰ্ত্তলৈকে। অ- কমি যোৱা বস্তুটো নকলো—সেয়া 'বয়স'। জীৱনত মানুহে বহুতো আশা কৰে। কিন্তু পায় কেইজনে ? আগন্তুক ভবিষ্যতৰ প্ৰতিটো দিনেই প্ৰতিজন মানুহৰ বাবে সুখৰ—কল্পনাত মধুৰ কিন্তু অতিবাহিত হৈ যোৱা প্ৰতিটো দিনৰ প্ৰতিটো ক্ষণেই যেন আমিল কিছুমান চৰম বেদনাৰ প্ৰতীক। এই দুখবিলাক কোনো মানুহৰ জন্মগত নহয়। এই দুখৰ আবিষ্কাৰক প্ৰতিজন মানুহৰ বাবে প্ৰত্যেক-লোক নিজেই। শ্ৰীঘনকান্ত গগৈৰ "সোণৰ নাঙল" পঢ়িছা ? তাত লেখকে লিখিছে "অদৃষ্টবাদীৰ অদৃষ্ট জন্মতেই লাগি অহা নহয়, ই মাটিৰ পৃথিৱীত মাটিৰ মানুহৰ দ্বাৰা সৃষ্টি।"

অঞ্জলী, তোমাৰ প্ৰশ্নৰ উত্তৰবোৰ আজি মই নিৰ্ব্বিকাৰ ভাবে দি যাবলৈ বাধ্য। তুমি মোক প্ৰশ্ন কৰিছা—"সচানে আপুনি মোৰ বাবেই সদায়ে এইফালে আহে ?" তোমাৰ প্ৰশ্নৰ উত্তৰটো মই তোমাক মোৰ কাষতে পোৱা হলে সজোৰে চিঞৰি কলোহেতেন। তোমাৰ প্ৰশ্নটোৱে মোৰ অন্তৰত মাত্ৰ এপাত শেল বহুৱাই দিয়াৰ বাহিৰে আন একো নহয়। কাৰণ মই উপলব্ধি কৰিছো— তুমি হয়তো মোৰ কথাবোৰত পতিয়ন যোৱা নাই— মই মাত্ৰ তোমাক ভাল পোৱাৰ ভঙ্গিমা দেখুৱাবলৈহে হয়তো এনেবোৰ অপলাপ বকিছো নহয় ? আৰু যদি তুমি মোৰ কথাবোৰ শত-কৰা এশভাগেই সচা বুলি ধৰিব পাৰিলাহেতেন তেন্তে তুমি মোক পুনৰ এনে এটা প্ৰশ্ন নকৰিলাহেতেন। যা হওঁক মই মোৰ ভালপোৱাৰ প্ৰতিশ্ৰুতি পুনৰ প্ৰকাশ কৰিলো— মই মাত্ৰ মোৰ চেতন অৱস্থাৰ এটা চেকেণ্ডও বাদ নকৰাকৈ তোমাৰ কল্পনাকে কৰি থাকো— তোমাৰ কথাবোৰ যিদৰে সঘনাই চিন্তা কৰি থাকো ঠিক তেনেধৰণে মোৰ পাঠ্যক্ৰমকে যদি চিন্তা কৰিব পাৰিলোহেতেন তেন্তে মোৰ জীৱনলৈ নিশ্চয়কৈ এক বিপুল পৰিবৰ্ত্তন আনিব পাৰিলো-হেতেন। কিন্তু তোমাৰ বাহিৰে আন সকলোবোৰ বিষয়েই মোৰ মনত বিতৃষ্ণাৰ ভাব জগাই তুলিছে। মোৰ বাবে বৰ্ত্তমান একমাত্ৰ বিষয়বস্তু হৈছে -তুমি, মোৰ মৰমী অঞ্জলীজনী। প্ৰতিটো মুহূৰ্ত্ততে মই তোমাৰেই কল্পনা কৰো— চিন্তা কৰো-সপোন ৰচো-তোমাৰ আৰু মোৰ সুন্দৰ ভৱিষ্যতৰ। এয়া অকল চেতন অৱস্থাতেই নহয়— অবচেতন অৱস্থাটো তাৰ ব্যতিক্ৰম হোৱা নাই। মানে অব চেতন অৱস্থাত মানুহ নিদ্ৰাদেৱীৰ কোলাত শুই থাকে এনে অৱস্থাতে মানুহে নানান সপোন দেখে—ময়ো দেখিছো নানান সপোন-একমাত্ৰ তোমাৰ লগত হোৱা মৰমৰ আদান-প্ৰদানৰ সপোন—আৰু শুনা অচেতন অৱস্থা মানে মানুহৰ মৃত্যু। মই এই কেইদিন প্ৰায় অৱ-চেতনৰ অৱস্থাবোৰত প্ৰতিদিনাই ৰংতামাচা কৰি পাৰকৰি দিছো

একমাত্র তোমাৰ অবাস্তৱ প্ৰতিচ্ছবিৰ লগত খেলা কৰি। তাৰবাবেই মই এতিয়া প্ৰতিদিনে তোমাক এবাৰ দেখা নাপালে শান্তি নাপাওঁ? বিশ্বাস কৰিবা? কোনোদিন তোমাক যদি এবাৰো দেখা নাপাও তেন্তে ৰাতিৰ বহু বিলাক সময় মই পাৰ কৰি দিওঁ কান্দি কান্দি। কান্দি কান্দি মই অন্তৰলৈ শান্তি ঘূৰাই আনিব নোৱাৰা হওঁ। মই অনুভব কৰো মোৰ প্ৰতি টোপাল চকুৰ পানীতেই যেন তোমাৰ মৰমবোৰ মোৰ অন্তৰৰ পৰা নিগৰি পৰিছে। এনেকৈ কেতিয়াবা ভাবি ভাবি নিজকে শান্তনা দিবলৈ পুনৰ চিন্তা কৰো—তোমাক পাবলৈ নিজে চেষ্টা নকৰি মনতে কিছুমান অলৌকিক কল্পনাক প্ৰশ্ৰয় দি নিজৰ শৰীৰটোক হাবাথুৰি খুউৱাৰ অৰ্থ ক'ত? জীৱনত কোনো বস্তু আলাসতে নোপোৱাৰ বেজাৰত কান্দি কান্দি চকুলো টুকি বিষাদৰ ৰাজ্য এখন মনৰ মাজত কল্পনা কৰাতকৈ পাবলৈ চেষ্টা কৰি হাঁহি হাঁহি প্ৰত্যাখ্যানবোৰ সামৰি লোৱাটোকেই মই ভাল বুলি ভাবো। "মোৰ এই মনোভাবটো মই উপন্যাসিক শ্ৰীক্ষিতি বৰাৰ "এনাজৰি" নামৰ উপন্যাস খনিতো পাইছো তেখেতে লিখিছে—বুজিছ মোহন হাঁহি হাঁহি জীয়াই থাকিবলৈ শিক। কান্দি কান্দি মৰি যোৱাত একো সোৱাদ নাই।" ময়ো কান্দি কান্দি ভাগৰি পৰাৰ পাচত নিজকে সংযত কৰি পুনৰ মনটোক কঠোৰ কৰি তোলো। হাঁহিবলৈ চেষ্টা কৰো। বিছনাখনৰ আচবাব বিলাকক সাবতি ধৰি সেইবোৰকে শুধো—অঞ্জলী কিয় তুমি মোক ইমান কষ্ট দিছা? তুমি জানো মোৰ অন্তৰত কষ্ট দি শান্তি পোৱা? তুমি জানো মোৰ বিষাদেৰে ভৰা মনটোৰ ৰং চাই ভাল পোৱা? তেন্তে কিয় তুমি জাগ্ৰত হৈ মোৰ কাষত শুই নাথাকা? এই বিভিন্ন প্ৰশ্নবোৰ মই বলিয়াৰ দৰে মনলৈ আনো-পাচত পুনৰ সংযত হওঁ।

মোৰ অন্তৰত তোমাৰ প্ৰতি সুপ্ত হৈ থকা মোৰ অন্তৰৰ এই আকৰ্ষণটোৱে যে অকস্মাৎ এনে এটা উগ্ৰ-প্ৰকৃতি ধাৰণ কৰিব মই তাক কল্পনাই কৰিব পৰা নাছিলো। কিন্তু অতীতৰ কল্পনা আজি মোৰ আংশিক বাস্তৱ। অঞ্জলী—তোমাৰ দৰেইটো আন বহুতো

ছোৱালী আছে। সিহঁঁতবোতো একোখন অন্তৰ আছে! ৰূপ আছে, সৌন্দৰ্য্য আছে, যৌৱনৰ তাড়না আছে--আৰু? আৰু বহু কিবা কিবি আছে। কিন্তু মই কব নোৱাৰো কিয় মোৰ যৌৱন বিভোৰ মনটোৱে সিহঁতৰ কাকো আমন্ত্ৰণ নকৰে। আমন্ত্ৰন কৰে মাত্ৰ তোমাক। কেতিয়াবা কোনোজনীয়ে মোৰ চকুলৈ চোৱা মই গম পাওঁ—জোকাবলৈ চেষ্টা কৰে বা কেতিয়াবা জোকায়ও কিন্তু মোৰ পৰা একো সহাৰি নাপাই সিহঁতে হয়তো ভাৱে "এইটোৰ যৌৱনত্ব নাই, উত্তেজনা নাই, নাই কোনো প্ৰেমাস্পদ—যেন এটা নপুংশকহে"। কিন্তু মইহে জানো মই ক'ত বৰশী পাতি অপেক্ষা কৰিছো -সিহঁতক জানিব লৈকে বা দিম কিয়? সিহঁতবোৰক কৰবাত দেখিলেই মই তন্ময় কৰো—ৰাস্তাত সিহঁত দুই তিনিজনী যদি একেলগে আহে আৰু মই অকলে কৰবাত গৈ থাকো তেতিয়া সিহঁত কেইজনী আহি পোৱাৰ লগে লগে মোৰ মাত-বোল হৰি যায়—ৰাস্তাৰ পৰা বহু আতৰলৈ সিহঁতৰ বিপৰীতে চাই ঠাই ডোখৰ পাৰ হৈ যোৱাটোহে চিন্তা কৰো। এজাক ছোৱালীৰ মাজত কেতিয়াবা হঠাৎ এনেদৰে অকলশৰীয়াকৈ সোমাই পৰিলে মোৰ লাজ আৰু শঙ্কাৰ ভাৱত মনটো অস্থিৰ হৈ যায়--ভৰিৰ খোজবোৰতো যেন অস্থিৰতাৰ ভাৱ আহি পৰে। কিন্তু কিছুমান ল'ৰা আকৌ সম্পূৰ্ণ বেলেগ। অচিনাকী ছোৱালী দেখিলেই সিহঁত চাৰি পাচজনীয়েই থাকক বা তাতোকৈ বেছিয়ে থাকক সি অকলে থাকিলেও কোনো চিন্তাই নকৰে ভালহে পায় পোণে পোণে গৈ মিছায়ে শুধি পেলাব হেৰা ভন্টি—আমোক হাজৰীকাৰ ঘৰ এইখিনিতে নহয়নে? কাৰোবাক চিনি পোৱা হলে পোনচাতেই শুধিব--কি খবৰ? তোমাৰ দাদা অমুক ঘৰত আছেনে? ক'ত যোৱা—একেবাৰে আটাইকেইজনী দেখোন ধুনীয়াকৈ সাজি কাচি ওলাইছা? কৰবাত কাৰোবাৰ বিয়া-বাৰু আছে নেকি? নাইবা কাৰয়েক চাবলৈ কৰবাৰ লৰা আহিব নেকি? লৰাৰ লগৰ কেইটাক কিন্তু ভালকৈ মন কৰিবা যি জনীক চাবলৈ আহে সিহঁতে

চকুৰ চলহিয়াতে তোমালোকৰ কাৰোবাকহে পচণ্ড কৰিব। মানে সীমাহীন অৰ্থহীন প্ৰশ্ন কৰে। কেতিয়াবা আকৌ কোনো এটা গ্ৰুপৰ কোনো চিনাকি ছোৱালী এজনীৰ লগত কোনো ল'ৰাই কথা পতা দেখিলে আন কেইজনী ছোৱালী অলপ আতৰি যোৱা দেখা যায় কিন্তু তেনে লৰাই কিন্তু সিহঁতৰ লগতো চুপতি মাৰিবলৈ এনেয়ে বহুতো অবান্তৰ কথা উলিয়াই সিহঁতকো কাষ চপাই লয়। অকলেই এজাক ছোৱালীকো হতভম্ব কৰি দিয়ে। কিন্তু মই যে তেনে কৰিবলৈ বৰ লাজ পাওঁ। মই বহুতো চেষ্টা কৰিও কিন্তু এই লাজ ভাবটো মোৰ অন্তৰৰ পৰা আতৰ কৰিব পৰা নাই। মোৰ এই স্বভাবটো ১৯৭৭ চনৰ (ৰঙালী বিহু সংখ্যা) "আমাৰ প্ৰতিনিধি' ত ইমৰান শ্বাহে তেখেতৰ "বন জ্যোৎস্না" নামৰ গল্পটোত লিখা কথা কেইটাৰ লগত ৰিজাব পাৰি তাত তেখেতে লিখিছে" জলকীয়া পুৰিলেও হাঁচি নহা কেইটাইহে সোঁফালে ছোৱালী দেখিলে বাঁওঁ-ফালে আকাশত শুকান বতৰতে ৰামধেণু ওলাইছে নেকি চায়।" — মোৰ ক্ষেত্ৰত এই কথাটো কিন্তু বেচ ফলিয়াইছে। মই মাত্ৰ আনন্দ পাও তোমাক দেখিলে। আগতে তোমাকো মাতিবলৈ মই সংকোচ কৰিছিলো কিন্তু এতিয়া অলপ কমিছে হয়তো আৰু কমিব। এতিয়াও কিন্তু তোমাক মাতটো দিয়াৰ আগতেই আগফালে পাছফালে লক্ষ্য কৰো কোনোবাই মোক চাই আছে নেকি? কাকো নেদেখিলেহে কওঁ "আহিলা অঞ্জলী"? কিন্তু ময়ো অনুমান কৰো মই কথা কেইটা কোৱাৰ লগে লগেই তুমিও যেন লাজুকী লতাৰ পাতৰ দৰে জয় পৰি যোৱা অথচ মোক মাতিবলৈকে বহুত আগ্ৰহহেৰে বাট চাই থাকা। কিন্তু সময়ত আমাৰ লগ পোৱাৰ সময়কন এনেয়ে নষ্ট হয়। মনৰ কথাবোৰ মনতে ৰয়। কিন্তু মোক এৰি যোৱাৰ পাচতে তুমি যে মোৰ ফালে চাই এটা মিচিকি হাঁহি মাৰা সেই হাঁহি-টোক মই পাহৰিব নোৱাৰো— সেইদিনাৰ বাবে সেই হাঁহিটোৱেই মোৰ বাবে হৈ পৰে সকলো সম্বল। মই আনন্দত আত্মহাৰা হৈ

যাওঁ। মন যায় কেতিয়াবা তোমাৰ হাত খনত ধৰি এবাৰ মৰম কৰিবলৈ এটা উত্তপ্ত তেজৰ তপত চুমা তোমাৰ হাতৰ ওপৰতে বুলাই দিবলৈ কিন্তু নোৱাৰো। লাজ লাগে। তাতোকৈ বেয়া লাগে মোৰ ধৈৰ্য্যৰ সীমাৰেখা পাৰহৈ যাব বিছৰাটোত। গতিকেই শিয়ালে আঙ্গুৰ খাবলৈ নাপায় ওঁঠ চেলেকি গুচি অহাৰ দৰে ময়ো আঁতৰি আহো তোমাৰ ওচৰৰ পৰা। মাত্ৰ নাকত লাগি আছে তোমাৰ মৰমী দেহাটিৰ এটা সুস্পষ্ট মিঠা গোন্ধ, চকুত ভাহি আছে তোমাৰ যৌৱনত্বৰ উত্তাৱল কামনাৰে ভৰি অহা ৰূপটো আৰু মনৰ মাজত খুন্দিয়াই থাকে তোযামোদে। --তোমাক এৰি অহাৰ পাচত অন্তৰখনত বিষাদৰ ছাঁপৰে- আতৰ্কিতে অন্তৰৰ পৰা ওলাই আহে তোমাক নোপোৱাৰ এটি বেদনাক্লিষ্ট হুমুনিয়াহ। বহু আঁতৰৰ পৰাও মই তোমাক ফিৰি ফিৰি চাও ভাল লাগে তোমাৰ লাহি ককালৰ ৰূপটি, ভাল লাগে তোমাৰ খোজ কেইটা দেখিলেই মোৰ বৰ মৰম লাগে-- মন যায় তোমাক যেন কণমানি এজনী ভন্টিৰ দৰে কোলাত তুলি দুগালে দুটা চুমা খাই, ঘৰত থৈ আহিম গৈ। কিন্তু মই চাই থাকো তুমি মোৰ দৃষ্টিৰ পৰা অদৃশ্য নোহোৱালৈকে।

অঞ্জলী তুমি যেতিয়া আহা - মই তেতিয়া অকশৰীয়কৈ তোমাক চাবৰ প্ৰয়াস কৰো-- সচাকৈ কবলৈ গলে তুমি অহাৰ বহুত আগৰে পৰা মই ৰাস্তালৈ বাট-কুৰি বাই থাকো কিন্তু প্ৰকাশ নকৰো মোৰ এই তাত বাতি কৰাৰ কাৰণ কি? এতিয়া অৱশ্যে দুই চাৰিয়ে মোৰ মতি-গতি বুজিব পাৰিছে, তথাপি সিহঁতৰ দুই তিনিটাই তোমাক লক্ষ্য কৰে-- এই লক্ষ্য মোক অসুবিধা দিবলৈ নহয়-- সিহঁতেও তোমাক ভাল পাবলৈ কৰা চেষ্টাহে। অৱশ্যে পুৰুষৰ স্বভাৱেই কোনো এক সুন্দৰী নাৰী আহিলে তাইক এবাৰলৈ হলেও নাচাই থাকিব নোৱাৰে তেনে ক্ষেত্ৰত লৰাৰটো কথাই বেলেগ। যুৱতী নাৰীৰ ন-যযৌ ন-তষ্ঠৌ ৰূপটো সকলোৰে মোহনীয়। ই মানৱ সৃষ্টি নহয়! ই এক স্বৰ্গৰ অৱদান। কিন্তু মানুহে সভ্যতাৰ মুখা

পিন্ধিবলৈ গৈ তাক প্ৰত্যক্ষভাবে অনুসৰণ নকৰে কিন্তু দূৰৰ পৰা চুৰকৈ হলেও ইয়াৰ তৃপ্তি লভিবৰ বাবে কেৰাহিকৈ হলেও চাবলৈ কুণ্ঠাবোধ নকৰে। জানা অঞ্জলী, যৌৱন স্বৰ্গীয় দান। এই যৌৱন মানৱ জীৱনত মানুহে আনিবলৈ চলোৱা প্ৰচেষ্টা অৰ্থহীন। চিকিৎসা বিজ্ঞানে মানুহক নানান কঠিন ৰোগৰ পৰা বচাব পাৰে কিন্তু এগৰাকী বৃদ্ধাৰ বুকুত পুনৰ যৌৱনৰ জোৱাৰ তুলি প্ৰেমৰ আহ্বান কৰি পুৰুষক আৰ্কষণ কৰিব নোৱাৰে। গতিকেই যৌৱনক মানুহৰ প্ৰতিৰোধ কৰাৰ ক্ষমতা নাই। এই যৌৱনতে বহুত যুৱক যুৱতীয়ে নানান ভাল-বেয়া কাম কৰিবলৈ উত্তাউল হয়। এই বয়সতেই বহুতে নিজৰ জীৱনটোক গঢ় দিবলৈ সক্ষম হয় কিন্তু বহুতে নানা কু-কৰ্ম্মত লিপ্ত হৈ জীৱনৰ মাদকতা হেৰুৱাই ভৱিষ্যতৰ সোণালী দিনবোৰলৈ বেমেজালি কঢ়িয়াই আনে। বহুতৰ ভবিষ্যতবোৰ অন্ধকাৰ হৈ পৰে আৰু সংখ্যাত অতি তাকৰিয়া প্ৰেমিক-প্ৰেমিকাক কেতিয়াবা প্ৰেমৰ জ্বালাত জীৱন জাহ দিয়াও দেখা পোৱা যায় কিন্তু সেই সকলৰ তেনে প্ৰেমৰ অৰ্থ নাই। জীৱনত দুখ-কষ্ট, বাধা-বিঘিনি আদিক নেওঁচি জীয়াই থাকিবলৈ চেষ্টা নকৰি আনৰ এজনী ছোৱালী নাইবা লৰাক লগত লৈ মৃত্যু বৰণ কৰাটো অকল কাপুৰুষালীঁৰহে পৰিচয়। তথাপি এনেধৰণৰ ভুল বহুতে বহুতো সময়তে কৰা শুনা যায়— এই ভুলৰ বাহিৰেও আৰু বহুতো ভুল আছে- যিবোৰ ভুল যৌৱনৰ তাড়নাত প্ৰত্যেক ডেকা-গাভৰুৱে এবাৰ হলেও কৰিবলৈ বাধ্য হৈছে। এনেধৰণৰ ভুল প্ৰায় হয় গতিকে তাক ভুল বুলি গণ্য কৰাটোও অৱশ্যে ভুল। কোনোজন যুৱক-যুৱতীয়েই কব নোৱাৰে যে মই মোৰ যৌৱনৰ তাড়নাত এদিনো কেতিয়াও অকনো ভুল কৰা নাই। যৌৱনৰ তাড়না, জোৱাৰবোৰ প্ৰত্যেকৰ বাবে একেই। মানে মই কব বিচাৰিছো যে ৰজাৰ লৰা এজনৰ যৌৱনত যিমান প্ৰবল,- মাছমৰীয়া বা খৰিভাৰীৰ লৰা এটাৰো যৌৱনত সিমানেই প্ৰবল। তাৰ মাজত কোনো পাৰ্থক্য

নাই। পাৰ্থক্য মাত্ৰ ইমানেই যে ৰজাৰ লৰা ধনী আৰু আনটো লৰা নিঃকিন, নিচিনা। ধনীৰ ভুলৰ কাষ চাপিবলৈ সমাজে ভয় কৰে— আৰু দুখীয়াৰ সচাকো মিচা কৰি দোষী সাব্যস্ত কৰি শাস্তি দিবলৈকো চিন্তা নকৰে। মানে নিঃকিন, নিচলাৰ যৌৱনৰ জোৱাৰবোৰো যেন কিছু সমাজৰ বাবে বিষহেন সিহঁতে সমাজত যৌৱনৰ তাড়নাত কোনো এটা ক্ষুদ্ৰ ভুল কৰিলেও সিয়েই বৃহৎ ৰূপ ধাৰণ কৰে, সমাজে তাক কুলঙ্গাৰৰ আখ্যা দিয়ে। কিন্তু ধনী বিলাকৰ লম্পটাচৰনো সমাজৰ গ্ৰহণীয়। সিহঁতৰ বাবেই সমাজৰ উচ্চস্থানবোৰ মুক্ত। তাৰ বাবেই ৺ভজো শইকীয়াদেৱে তেখেতৰ "পুৱতিৰ ভোটাতৰা" নামৰ উপান্যাস খনত লিখিছিল যিমানে সৎ চৰিত্ৰবাণ, জ্ঞানী, সৰল, নম্ৰ, যিমানেই সৎগুণেৰে বিভু-ষিত নহওক সি যদি দুখীয়াৰ ঘৰৰ লৰা হয় তাক কোনোৱে আদৰ নকৰে। এয়ে আজিৰ সমাজৰ নীতি।" তেখেতৰ কথাষাৰৰ গুৰুত্ব আছে, বৰ্ত্তমান সময়ত আৰু বৰ্ত্তমান সমাজত। যৌৱন কালত কৰা কিছুমান ভুল সমাজে ক্ষমা কৰিব লাগে— যিবোৰ নেকি ক্ষমাৰ যোগ্য। বহুতো ভুল তেওঁলোকে নিজেই কৰে অথাৎ প্ৰেমিক-প্ৰেমিকাই, কিন্তু সেই ভুল কৰিবলৈ তেওঁ হয়তো ইচ্ছা কৰা নাছিল; কিছুমান বাধা-বিঘি-নিক নেওচিবলৈ নাইবা বাধ্য-বাধ্যকতাৰ মাজত পৰিহে হয়তো তেওঁ সেই কাম কৰিবলৈ বাধ্য হল— কিয়নো পৃথিবীত এনে কোনো মানুহ নাই যিয়ে এই সংসাৰত সুখেৰে থাকিবলৈ ইচ্ছা নকৰে, এনে কোনো মানুহ নাই কি আমস্মিক দুৰ্ঘটনাৰ সন্মুখীন হবলৈ ইচ্ছা কৰে। সকলোৰে ইচ্ছা সুখ-শান্তিৰে এখন সুখৰ সংসাৰত বাস কৰিবলৈ। কিন্তু তাৰ মাজতে কেতিয়াবা হঠাৎ সংঘতিত হয়; কিছুমান একচিডেণ্ট। বহুতে সমাজৰ ডেকা-গাভৰুক দুখ দিয়ে নিজৰ সম্পৰ্কৰ ভিত্তিতে লৰা-ছোৱালীৰ মিলন (বিয়া) হোৱা দেখিলে চিঃ চিঃ কৰে। কিন্তু মই কওঁ যে এনেবোৰ দোষ কিছুমান ক্ষেত্ৰত মাৰ্জনীয় হোৱা উচিত বিশেষকৈ বৰ্ত্তমান সমাজত। কিয়নো অতীতৰ সমাজত থকা ৰীতি-নীতি আজিৰ সমাজত নাই আৰু তাক আজি প্ৰকৃতপক্ষে পালন

কৰাটোও সমাজৰ একাংশৰ বাবে দোষনীয়হে হব ওলোটাই তাক সমাজে হয়তো একাষৰীয়াহে কৰিব। সেয়েহে আগৰ সমাজৰ বহুতো কথা আমি বৰ্ত্তমান এৰা-ধৰা কৰি চলিব লগীয়া হৈছে। অতীজত আমাৰ অসমত একচেতীয়া অসমীয়া ৰাইজেই বাস কৰিছিল যাৰ ফলত সমাজৰ ৰীতি-নীতি আমাৰ মাজত অটুট আছিল আৰু মানিব পৰা বিধৰ আছিল কিন্তু কালক্ৰমত যেতিয়া দেশখন ইংৰাজৰ শাসনৰ হাতলৈ গল তেতিয়া ইংৰাজৰ বাধ্য বাধ্যকতা মানিবলৈ ৰাইজে সৰু সুৰা বহুতো নীতি সলাব লগীয়া হল লগে লগে অসমলৈ ভাৰতৰ বিভিন্ন প্ৰদেশৰ বিভিন্ন জাতি উপজাতিৰ মানুহ আহি বলৈ ধৰিলে। ভাৰতে স্বাধীন হল। নিজৰ সংবিধান হ'ল এই সংবিধানে ৰাইজক বিভিন্ন ক্ষমতা দিলে যি ক্ষমতাৰ বাবে কোনো এজনে কিবা ভুল কৰিলেও সমাজে তাক একো শাস্তি দিব নোৱাৰে – ওলোটাই হয়তো তেওঁহে সমাজৰ বহু কেইজনক শাস্তি দিব পাৰিব। সেয়েহে তেনেবোৰ ক্ষেত্ৰত বৰ্ত্তমান সমাজেও বহু ৰীতি-নীতি এৰি দিব লগীয়া হৈছে— অৱশ্যে ভাৰতবৰ্ষৰ বিভিন্ন ৰাজ্যৰ বিভিন্ন জাতি-উপজাতিৰ নীতি-নিয়ম যিহেতু বিভিন্ন প্ৰকাৰৰ সেয়ে সংবিধানে সকলোৰে এই বিভিন্ন নীতি-নিয়মবোৰ বেলেগ বেলেগকৈ সন্নিহিত কৰাটো সহজ কথা নহয়— সেয়েহে স্বাভাৱিক ক্ষেত্ৰত সমাজৰ সকলো স্তৰতে প্ৰযোজ্য হোৱাকৈ সংবিধানে কিছুমান মৌলিক সত্বাধীকাৰৰ ওপৰত বৰ্ণনা কৰিছে। বাকু সেই অংশটো যিহেতু বহু দীঘলীয়া সেয়ে আমি আজি সেয়ে সেইটো বিষয় ইয়াতে এৰি আমাৰ সমাজত সাধাৰণতে ঘটা দুই এটা কথাৰে আলোচনা কৰিম বুলিয়ে ভাবিছো। মই আগতেই কৈছিলো যে মানুহৰ জীৱনত কোন মূহুৰ্তত কি দুৰ্ঘটনা বা ঘটনা ঘটি যায় তাক কোনেৱে কব নোৱাৰে। সেয়েহে মানুহ অকস্মাতে সেইবোৰৰ সন্মুখীন হব লগা হয়। এটা কাহিনী কও শুনা— এদিন মই এখন বাছত কৰবাত গৈ আছিলো। মোৰ কাষৰ

চিটিত বহা ভদ্রলোক জনে মোৰ লগত চিনাকি হৈ এই ডেকা-লৰাৰ বিয়া বাৰুৰ কথা উলিয়ালে। শেষত তেওঁ এটা লৰাৰ কথা কলে যে সেই লৰা জনে হেনো নিজৰ পেহীয়েকৰ জীয়েককে বিয়া কৰালে— তেতিয়া মই লাহেকৈ মানুহজনক এটা প্ৰশ্ন কৰিলো— সেই লৰা জনে নিজৰ সম্পৰ্কীয় ছোৱালীজনীকে যেতিয়া বিয়া কৰালে তেনে ক্ষেত্ৰত বাৰু আপোনাৰ মতামত কি ? তেওঁ তপৰাই উত্তৰ দিলে— "সি এটা জঘন্য কাম কৰিলে। মই তেতিয়া তেওঁক কৈছিলো— শুনক! লৰা-ছোৱালী হালৰ ভুল হোৱা নাই। ভুল সিহঁতৰ সময়ৰ আৰু ভুল সিহঁতৰ সমাজৰ। আপুনিতো নাজানে "এয়া আমি চলন্ত বাছ খনত গতি কৰি আছো— আমাৰ গন্তব্য স্থান পোৱাৰ আগন্তেই ধৰিলওক আমি কোনো এক ভয়ানক এক-চিডেণ্টৰ সন্মুখীন হব পাৰো— আপুনি জানো ভাবিব পাৰিছে তেনে এটা একচিডেণ্টৰ কথা ? তেওঁ উত্তৰ দিলে নাজানো। —তেন্তে চাওঁক সেই লৰা-ছোৱালী হালেও প্ৰথম পৰ্য্যায়ত হয়তো কোনো দিন ভবা নাছিল যে আমি এইদৰে জীৱনত কোনো এটা দিনত এনে এটা ভুল কৰি সমাজত গ্লানী আৰু অপবাদৰ ভাগী হম। সিহঁতো নিশ্চয় নিশ্চিন্ত মনেৰে আগুৱাই গৈ, আছিল, সিহঁতৰ জীৱন পথত। কিন্তু মই কওঁ নিয়তিৰ আশীৰ্ব্বাদত আৰু সময়ৰ শুভক্ষণত সিহঁতৰ মাজত অতৰ্কিতে এই অজান ভালপোৱাৰ ভাব জাগি উঠিল আৰু তাৰ ফল স্বৰূপেই সিহঁতে প্ৰত্যেকে প্ৰত্যেকক আকোৱালী ললে— অৱশেষত স্বামী-স্ত্ৰীৰূপে। মই ভাবো সিহঁতৰ জীৱনত ঘটিত হোৱা ইয়ো এটা সাংঘাটিক একচিডেণ্ট। কিছু সময়ৰ কাৰণে মানুহজনে মোৰ কথাবোৰ শুনি আছিল শেষত তেওঁ গন্তব্য-স্থান পোৱাৰ আগৰ ঠাই এডোখৰতে বাছৰ পৰা নামি গ'ল— মোক একো নকলে কাৰণ মানুহজন সমাজৰ ৰীতি-নীতিৰ মাজত চলা সেয়ে তেওঁ হয়তো মোৰ যুক্তি বৰ বেছি আকোৱালী লব নোৱাৰিলে।

জানা অঞ্জলী, আজিৰ সমাজখনক কি বুলি অভিহিত কৰিলে

প্রকৃত সূত্রটো ওলাব তাক কল্পনাই কৰিব নোৱাৰি। বহুতৰ কল্পনাত বহুতো ভাবৰ অৱতাৰণা হয় আৰু তাৰ বাবেই বহুতে বহুতো ভাষাৰে বৰ্ণনা কৰে আজিৰ এই তথাকথিত সভ্যতাৰ মুখা পিন্ধা ভদ্র সমাজ খনক। আজিৰ সমাজত মাত্র চুৰ কৰি ধৰা নপৰিলেই সি সভ্য, নৰহত্যা কৰি তাৰ নিচিনা এক মহা পাপকো যদি লুকুৱাই ৰাখি সমাজত বৰ চুৰিয়াৰ ফেৰ মাৰি থাকিব পাৰে তেৱোঁ সভ্য, শত সহস্র যুৱতী-নাৰীৰ যৌৱনৰ উৎকত তাড়নাত বিভিন্ন প্রলোভনেৰে সিহঁতক শান্তি দি সিহঁতৰ বুকুলৈ এবুকু কলঙ্ক নমাই আনি অচিৰে আতৰি গৈ ওপৰ মহলাত সমাজৰ নিঃকিন স্তৰক গ্লানিৰে তিৰস্কাৰ কৰিব পাৰিলেও তেৱোঁ এজন সভ্য-মহান ব্যক্তি। মুঠতে ঈশ্বৰক ফাকি দি, সমাজৰ চকুত ধূলি মাৰি নিজৰ অন্তৰৰ পাপবোৰ ব্যক্ত নকৰালৈকে সি সমাজত আগস্থান পাব। ইয়াৰ বাবেই উপন্যাসিক নিৰুদ চৌধুৰীয়ে তেখেতৰ "স্মৃতিগন্ধা" নামৰ উপন্যাস খনত লিখিছে "মুখা পিন্ধা চোৰ আজি কালি সকলোৱে, সঁচা চোৰৰ সংখ্যা কম। অথচ যি অভাৱৰ চোৰ সেই বোৰহে বিপদ বেছি। সম্ভোগ, প্রতিষ্ঠা, যশৰ বাবে কৰা চোৰৰে টিঘিল-ঘিলনি সমাজৰ প্রতি স্তৰত"।

অঞ্জলী এইখনেই আমাৰ সমাজ যিখন সমাজে নিজৰ দুখ ঢাকি ৰাখি পৰৰ দোষৰ, চৰিত্রৰ আৰু অজ্ঞাতৰ কথাবোৰহে বহল ভাবে প্রচাৰ কৰিবলৈ পালে আনন্দ পায়। আমাৰ সমাজৰ প্রতি স্তৰতে তুমি দেখিবলৈ পাবা এচাম স্বাৰ্থপৰ লোক আৰু তেওঁলোকেই সমাজৰ একোজন গণ্য মান্য ব্যক্তি। আঠুৰ তললৈকে পিন্ধা পাঞ্জাবী, চার্ট, বৰ চুৰিয়াৰ ফেৰ আৰু সমাজৰ দোষ সোচৰা এখন নিপুতল মুখ। তিনি চাৰি সাজ লঘোণে থাকি পেটৰ জ্বালাত কেতিয়াবা কোনোবাই এপোৱা চাউল চোৰ কৰিলে তাৰ শৰীৰৰ ওপৰত অমানবীয় অত্যাচাৰ আৰম্ভ কৰে, পুলিচত দিয়ে আৰু পাচত জেল লৈকো পঠায়— কিন্তু সমবায় দোকানৰ সস্তীয়া সামগ্রীসমূহ বাইজক

সুলভ মূল্যত নভগাই কোনো ব্যৱসায়ীক উচ্চহাৰত বিক্ৰী কৰি যোগান বিভাগে টকা খালে তাৰ অপৰাধ নাই ; দলঙৰ কাঠ চোৰ কৰি বেচিলে গড়কপ্তানী বিভাগৰ বিষয়াৰ শাস্তি নহয়, চোৰাং ব্যৱসায়ী আৰু বিভাগীয় কৰ্ম্মচাৰীয়ে লগ লাগি সংৰক্ষিত বনাঞ্চল ধ্বংস কৰি দিলেও কোনো বিষয়াৰ শাস্তি নহয়, চৰকাৰে দুখীয়া ৰাইজক ভগাবৰ বাবে যোগান ধৰা চৰকাৰী হস্পিতালৰ ঔষধ পাতিবোৰ চোৰ কৰি বিক্ৰী কৰি লাখ লাখ টকা আত্মসাৎ কৰিলেও চিকিৎসা বিভাগৰ বিষয়া কৰ্ম্মচাৰীৰ দোষ নহয়— এইবোৰৰ উপ- ৰিও আজি কালি প্ৰায়বোৰ বিভাগেই বস্তু যোগান ধৰাৰ নামত কৰা বিজ্ঞপ্তিৰ বিপৰীতে শতকৰা দহৰ পৰা বিশভাগ কমিশ্বন লোৱা আৰু চেম্পোলৰ বিপৰীতে সস্তীয়া মালকে ভাল বস্তু বুলি দেখুওৱা আৰু তাৰ বিপৰীতে সেইজন যোগানকাৰীৰ পৰা হাজাৰ হাজাৰ লাখ লাখ টকাৰ ভেটি লোৱাটোও এটা ডাঙৰ অপৰাধত পৰিণত হৈছে কিন্তু সেইবোৰ চোৰক ধৰে কোনে ? কোনো অনুষ্ঠানৰ বাবে ৰাজ্যিক বা কেন্দ্ৰীয় চৰকাৰে মঞ্জুৰ কৰা টকাবোৰ কোনো মন্ত্ৰী, বিধায়কে খালে তাক চোৰ বুলি গণ্য নকৰে, বৰঞ্চ তেওঁলোকৰ আগমনত ৰাইজে পবিত্ৰ অন্তৰে মহাপুৰুষ শঙ্কৰদেৱে সমাজক দি যোৱা পবিত্ৰ বাদ্য খোল, তাল, ডবা, কাঁহ আদিৰে আদৰণিহে জনায়। চাকৰি দিয়াৰ আশাৰে চৰকাৰী বিষয়া কৰ্ম্মচাৰীয়ে খোৱা টকাৰ কোনে কিমান হিচাপ দিব ? চাকৰি দিয়াৰ খাতিৰত গাভৰু দেহাৰ ৰক্ত পান কৰা সকলৰ স্থান সমাজৰ যতে ততে, অতি উচ্চ। তেওঁলোক সমাজৰ সভ্য আৰু গণ্য মান্য ব্যক্তি। এই বিলাক কাৰণেই হয়তো প্ৰখ্যাত ডিটেকটিভ চিৰিজৰ লিখক প্ৰেমেয় দেৱে তেখেতৰ "মেঘদূতৰ আগমণ" নামৰ কিতাপ খনত লিখিছে "যিখন সমাজত দিনৰ পোহৰত মুখা পৰিধান কৰি মাৰ্জিত সাজ- পোচাকেৰে নিজক ভাল মানুহ হিচাবে পৰিচয় দি সেই পথভ্ৰষ্ট গাভৰুৰ সকলক বেশ্যা নামে অলঙ্কৃত কৰি সমাজৰ চাৰি চাপৰ

মাজৰ পৰা আতৰত ৰাখিব খোজে সেই তথাকথিত ভদ্ৰলোক, নেতা সকলেই বাহিৰ আৱৰণত তেওঁহতক বুকুত সাবতি আপোন কৰি লয়। দিনত সভাই সমিতিয়ে টেটুফালি ডেকা গাভৰুৰ নৈতিক চৰিত্ৰৰ অধঃপতনৰ আলোচনা কৰে আৰু লগত চৰিত্ৰৱতী ছোৱালী-বোৰলৈ নানা প্ৰলোভনে হোটেল, নিৰ্জন ঠাইত সিহঁতৰ কেচা যৌৱনৰ সোৱাদ লয়। নিঃসহায় ছোৱালীবোৰে দৈত্যৰূপী 'চাৰ' নাইবা দাদাৰ হাতত ৰক্ষাৰ উপায় নাপায় আত্ম সমৰ্পণ কৰিব লগাত পৰে। এয়ে হল কুৰি শতিকাৰ ভদ্ৰ সমাজখনৰ নেদেখা ফালৰ চিত্ৰ। এই কথাবোৰ বৰ্ত্তমান সকলোৱে জানে—প্ৰতিবাদ কৰাৰ সাহসো আছে কিন্তু বাধা দিয়াৰ শক্তি নাই।" কাৰণ এইচাম মানুহৰ টকা আছে—টেলিফোন আছে আৰু আছে টেকেলা। কিবা বিপদৰ সন্মুখীন হলেই টেলিফোন কৰিব হয় ব্যক্তিগত টেকেলালৈ নহলে চৰকাৰী টোকলালৈ মানে পুলিচলৈ। আৰু যি শ্ৰেণীৰ টেকেলাই নাহক—দি দিব সিহঁতক উপযুক্ত অনুদান মানে টকা—টকা পোৱাৰ লগে লগে কেচ-কেচ ওলোটা হৈ পৰিল। সেয়েহে আজিৰ সমাজত যদি কাৰোবাৰ টকা নাই তেন্তে তেওঁ মাত মাতি একো লাভ নাই কাৰণ টকাই পুনৰ ওলোটাকৈ তেওঁকহে বান্ধিব।

সমাজৰ এনেবোৰ কথা বহুতো লিখকে তেওঁলোকৰ মূল্যবান গ্ৰন্থবোৰত প্ৰকাশ কৰিছে—তাৰোপৰি সাংবাদিক সকলে প্ৰতিদিনাৰ প্ৰতিটো খবৰ বাতৰি কাকতৰ জৰিয়তে বাইজক জনাই আহিছে। কিন্তু কথাতে কয় নহয় খালো খালো সকলো খুলাকড়ি ভাল। সমাজত সংস্কৃতি ৰক্ষা কৰিবলৈ বহুতে বহু প্ৰচেষ্টা হাতত লৈছে। কিন্তু সেই প্ৰকাৰৰ প্ৰচেষ্টা আৰু প্ৰলোভনত আছে কি? ঐতিহাসিক বা সামাজিক বিশেষ ঐক্য সংহতিৰ পৰম্পৰাগত আহি আছে সেইবোৰৰ বিষয়ে সমাজক অৱগত কৰিব নোৱাৰে। সুস্থ সমাজ এখন গঢ়িবলৈ যে প্ৰথমে ঐক্য সংহতিৰেই প্ৰয়োজন তাৰ প্ৰতি আদৰ্শ দেখুৱাব কোনো চেষ্টা নাই—আছে মাথো অনেবোৰ

উদ্দেশ্যলৈ অনুষ্ঠিত কৰা সাংস্কৃতিক অনুষ্ঠানৰ জড়িয়তে মাত্র প্ৰেমালাপৰ চেষ্টা আৰু ইয়াৰ অন্তৰালত লুকাই থাকে—'ধনৰ লালসা'। এই ধনে মানুহৰ জীৱন যাত্ৰাক অধিক আগুৱাই নিছে—মানুহে সকলো সুবিধা উপভোগ কৰি ধনৰ দ্বাৰাই আলাসতে জীৱন কটাইছে—কিন্তু আনহাতে এই ধনৰ কাৰণেই মানুহ তথা সমাজৰ মানসিকতা হেৰাই গৈছে—সমাজক ধ্বংস কৰিছে—মানুহৰ এই ধনেই মৃত্যুকো মাতি আনিছে। আজি কালি ধনৰ প্ৰতিযোগীতা কৰি সামূহিক অনুষ্ঠানবোৰক ধ্বংস কৰা চেষ্টাত সকলো ব্যস্ত। মানুহৰ মনুষ্যত্বই বৰ্ত্তমান বিবেচনা কৰিবই নোৱাৰে যে অৰ্থ মাথোন অনুষ্ঠান সমূহৰ উপকৰণহে; কিন্তু সংস্কৃতিৰ স্থান তাতকৈও অধিক উচ্চত। তাৰ বাবেই "মনিহাৰ" আলোচনীখনৰ এটা প্ৰবন্ধত অধ্যাপক শ্ৰীকুঁহি বৰাদেৱে লিখিছিল "সংস্কৃতিৰ স্থান অৰ্থনীতিৰ বহু উদ্ধত, সংস্কৃতি এটা স্বকীয়া বস্তু যিটোৰ সম্পৰ্ক বহু পৰিমানে অন্তৰৰ লগত, আন্তৰিক ৰুচিবোধৰ লগত।" কিন্তু আজি মানুহে জানো তাক বিবেচনা কাৰব পাৰিছে? পাৰিছে মাথো ধনৰ প্ৰতিযোগীতাৰে আনুষ্ঠানিক কামবোৰ বিভ্ৰষ্ট কৰাৰ। ধনৰ লোভ দেখুৱাই অনুষ্ঠানৰ নায়িকাৰ লগত নায়কৰ ৰূপ দিয়া কাৰ্য্যই বহুল ভাবে বিয়পি পৰিছে তাক সমাজে কেৱা বোলাৰ পথ নাই বা নোবোলে। এই কাৰনেই শ্ৰীগুণাৰাম নাথদেৱে তেখেতৰ "সন্ধ্যা, ললিতা আৰু কান্তা নামৰ উপন্যাসখনত লিখিছে" সংস্কৃতি ৰক্ষাৰ কাৰণে মানুহে আজি কি যে নকৰিছে? সঙ্গীত সন্মিয়া, বিচিত্ৰানুষ্ঠান। নাট্য প্ৰতিযোগীতা আৰু যে কত কি? এইবোৰৰ ভিতৰত কি আছে? বাসনা জড়িত কিছুমান কলুসিত কামনা। সুন্দৰৰ সাধনা হয়তো সুন্দৰটক কৰিছে। মানুহবোৰ আজি মানুহ হৈ থকা নাই। উৰ্দ্ধগমন কৰিবলৈ বিল্লবোতে অধঃপতনহে ঘটিছে।" এনেদৰে সমাজৰ উচ্চস্তৰৰ মানুহ বিলাকৰ দোষকে দোষ বুলি ধৰি সাধু সন্ন্যাসীক বাদ দিলে জানো আমাৰ কথাত গুৰুত্ব দিব? আজিৰ সমাজৰ সকলো স্তৰতে দেখা যায়

কিছুমান শঙ্কৰীয় ভকত, কিছুমান তপস্বী, কিছুমান শিৱ জটাধাৰী ফকিৰ, বাবাজী আৰু ক'ত উলঙ্গ বেশৰ যোগী। আগৰ দিনৰ যোগী, তপস্বী সকলৰ লোভ, মোহ, কাম ক্ৰোধ তীব্ৰ নাছিল। সিহঁত বৈৰাগী আছিল। সমাজৰ বিশ্বাসী আছিল। কিন্তু আজি? আজিৰ ফকিৰৰ বিশ্বাস নাই। চৰিত্ৰত কেনা নলগা বুলি কব নোৱাৰি। সিহঁতৰ প্ৰথম দৃষ্টিতে নাৰীয়ে চাৰিহাত আতৰেদি থাপলি মেলে। সেয়া হয়তো বাবাজীৰ বেশত থকা ঐশ্বৰিক বেশৰ ভয়ত নহয়, লোভাতুৰ ভাবে নাৰীৰ ওপৰত কৰিবলৈ চোৱা অত্যাচাৰৰ ভয়তহে। ইয়াৰ এটা দৃষ্টান্ত মই পাইছিলো 'ভূপেন্দ্ৰ কুমাৰ দাস'ৰ "ৰাজকন্যা তুমি অনন্যা" নামৰ কিতাপ খনিত। লেখেতে সেই কিতাপৰ "ধনেশ্বৰী আলিৰ ধুলি" নামৰ গল্পটোত লিখিছিল" সঙ্গীত পৰিবেশন কৰি থকা মন্মথ বৈৰাগীয়ে তাইৰ সুন্দৰ মুখখনিলৈ লুকাই লুকাই চায়। তাইৰ উন্নত বুকুৰ পিনে চাই থাকোতে তাৰ কণ্ঠৰ সুৰত কেতিয়াবা আউল লাগি যায়! আচলতে ৰাণীৰ সুন্দৰ মুখ দৰ্শন কৰাৰ হেপাহঁত ডেকা বৰাগীয়ে ৰাজ-কাৰেঙত সঘনাই সঙ্গীত পৰিবেশন কৰিবলৈ আহে। এই বিলাক দৃষ্টান্ত থকাৰ বাহিৰেও আৰু বহুতো দৃশ্য আমাৰ চকুত পৰে। ক'ত বাবাজী—ফকিৰে শিৱ বাবাৰ নামত হাতত ত্ৰিশূললৈ ক'ত ঠাইত যে কি কি নকৰিছে তাৰ প্ৰকৃত বৰ্ণনা কৰা টান। কিন্তু নিজৰ পেটটো চলাবলৈ তেওঁলোকে অবৈধ বেহাও কৰি আছে—বহুতে ভাং, বহুতে কানি আদি সাধাৰণ মানুহক যোগান ধৰিছে, বহুতে প্ৰকাশ্যত চুৰি কেচতো ধৰা পৰিছে, আৰু বহুতে ঈশ্বৰৰ ভকতিৰ নামত কত কিযে নকৰিছে। কিন্তু তাৰ ভিতৰত আছে কি? কিছুমান ব্যভিচাৰ, দুনীতি, লম্পতাচৰন আৰু বহুতো কিবাকিবি। ঈশ্বৰক প্ৰাৰ্থনা জনাবলৈ কিছুমানে একেবাৰে উলঙ্গ হৈ ঘূৰিছে; কিছুমানে হাতত ধূপধুনা ফুলৰ কৰণি লৈ দেৱ-দেৱীক সেৱা কৰিছে আৰু কিছুমানে তিতা-তিয়নিৰেই লাগি গৈছে ঘোৰা গোৰাত। মানে ঈশ্বৰক পাবলৈ

মানুহে নানা প্ৰকাৰেৰে চেষ্টা চলাইছে— কিন্তু ইয়াৰ অৰ্থ ক'ত ? সেই বাবেই হয়তো চৈয়দ আব্দুল মালিকে তেওঁৰ "জয়া, মনিকা, ইত্যাদি" নামৰ উপন্যাসখনত লিখিছে" আধ্যাত্মিক সাধনা কৰিলে উলঙ্গ হৈ ঘূৰি ফুৰিব লাগে বুলি কোন শাস্ত্ৰত আছে ? মই দেখোন চুট কৰি গীতা পঢ়ো । ঈশ্বৰক বিচাৰিলে নিজে কাম কৰি খাব নাপায় বুলি যদি কোনোবাই কয় মই তাক হত্যা কৰিবলৈ প্ৰস্তুত । Kill that Scoundrel who exhibits beggary as a part of spiritualism."

তেওঁৰ লিখা কথা কেইটা প্ৰকৃততেই সত্য । অন্তৰত পাপ-তাপৰ এবুকু বোজা লৈ অন্যমনস্ক হৈ দেৱ-দেৱীৰ প্ৰতিমূৰ্ত্তিৰ ওচৰত আঁঠু ললে জানো ভগবান সন্তুষ্ট হয় ? অন্তৰ পবিত্ৰ কৰি শুদ্ধ মনে দিনত এবাৰ ভগবানৰ স্তুতি কৰিলেই ভগবানে শান্তি পায় । কৰুণা কৰে । ভগবানক পাবলৈ উঠি পৰি তপস্যা কৰাৰ সকাম নাই । উলঙ্গ হৈ ঘূৰি ফুৰা, তিৰো তিয়ণিৰে প্ৰণাম জনোৱা অৰ্থ হীন । সেয়েহে যিশুখ্ৰীষ্টই কৈছিল - "Blessed are those that have not seen and yet believe— অৰ্থাৎ ভগবানক যি সকলে দেখা নাই অথচ বিশ্বাস কৰে সেই সকলেই ধন্য ।

অঞ্জলী, তুমি হয়তো ভাবিছা মোক ভাল পোৱাৰ যুক্তি দেখুৱাবলৈ গৈ তেওঁ ইমান দূৰ আগবাঢ়ি গ'ল । কিন্তু কি কৰিম ? এয়া অৱশ্যে মোৰ স্বভাবেই । তাক মই বাধা দিব নোৱাৰো । মোৰ বহু ঠাইত বহুতো পত্ৰ বন্ধু আছে — সিহঁতলৈ মই চিঠি দিও । বহু প্ৰশ্ন কৰো । বহুতে উত্তৰ দিয়ে আৰু মোৰ এনেদৰে দীঘলীয়া চিঠি দেখি খং কৰে । মোৰ কিন্তু এনেবোৰ দীঘলীয়া চিঠি বৰ ভাল লাগে । চিঠিৰ মাজেৰে অসংখ্য প্ৰশ্নৰ সন্মুখীন হলে ভাল পাওঁ কাৰণ মই ভাবো প্ৰশ্নহীন চিঠিৰ উত্তৰ লিখাৰ জানো প্ৰয়োজন আছে ? এই প্ৰশ্নবোৰৰ উত্তৰ বিচাৰি মই বহুতো কিতাপৰ নাইবা অভিজ্ঞ ব্যক্তিৰ ওচৰ চাপিব লগা হয় আৰু সেই

উত্তৰবোধ উলিয়াবলৈ যাওঁতে বিভিন্ন ব্যক্তিৰ বিভিন্ন উক্তি শুনা যায় সেয়ে নিজৰো বহুতো ভ্ৰান্ত সুবিধা আছে।

জানা অঞ্জলী তোমাক মই ভাল পাওঁ। মোৰ এই ভাল পোৱাৰ পথটিয়ে আজিৰ এই ব্যভিচাৰী সমাজৰ কোনো কথাকে মানি চলিবলৈ নিশিকাব। কাৰণ আজিৰ সমাজক যদি তুমি ভয় কৰা তেন্তে তুমি নিজৰ জীৱনত উন্নতি কৰিব নোৱাৰিবা। পাচত সমাজে কিন্তু তোমাক ফিৰি নাচাব— তোমাৰ নিঃকিন, নিঃসহায়ৰ সুবিধা পালে গচকিহে ধৰিব যাতে তুমি উঠাব নোৱাৰা। কিন্তু আজিৰ সমাজৰ নীতিৰ বিপৰীতে যদি কাম কৰা তেন্তে তোমাৰ জীৱনত উন্নতি সুনিশ্চিত। তাৰো প্ৰমাণ বা উদাহৰণ বহুতো। ধৰা তোমাক সমাজে কৈছে তুমি ঘৰত কুকুৰা চৰাই নোপুহিবা বা তাৰ বেপাৰো নকৰিবা, শুকান মাছৰ ব্যৱসায় বাদ দি দিয়া আদি বিভিন্ন বাধা-বিঘিনিবোৰ যদি ব্যৱসায় ভিত্তিত তুমি বাদ দি নিজৰ ইচ্ছাৰে একাগ্ৰ ভাৱত এইবোৰ ব্যৱসায়তে লাগি যোৱা তেন্তে এদিন তোমাক সেই ব্যৱসায়ে উন্নতিৰ পথত আগুৱাই নিব। তুমি যদি শিক্ষিত ছোৱালী তুমি যদি উচ্চ শিক্ষাৰ বাবে বাহিৰলৈ যাব বিচৰা তেন্তে সমাজে তাক বেয়া পায়— পাওঁক তোমাৰ আত্মবিশ্বাস আৰু একাগ্ৰতাক ভিত্তি কৰি তুমি গুচি যোৱা দেখিবা এদিন তোমাৰ শিক্ষাৰ বাবে সমগ্ৰ পৃথিবীয়ে যদিও জানিব নোৱাৰে তথাপিও তোমাক দেশখনে জানিব।

যদি তুমি কাৰোবাক ভাল পোৱা আৰু সেই লৰাজন যদি ধনী, শিক্ষিত আদি হয় আৰু যদি তোমাৰ উপযুক্ত আৰ্হতা নাথাকে তেন্তে লৰাজনক সমানেই বাধা দিব তোমাৰ দৰে ছোৱালীক বিয়া নকৰবলৈ আনহাতে যদি লৰা নিঃকিন, অশিক্ষিত, অধুনীয়া হয় তাৰ তুলনাত যদি তুমি বেচ ধুনীয়া হোৱা তেন্তেও তোমাক সমাজে বাধা দিব তাৰ লগত বিয়া হবলৈ কাৰণ তোমাৰ ধুনীয়া ৰূপটো সেই নিঃকিন ঘৰটোত নাসাজে— তেওঁলোকৰ দৰে পকা ঘৰতহে সাজিব। পতিকে পাবিলে তোমাক নিজৰ কাৰোবাৰলৈকে নাইবা

নিজলৈকেই নিয়মে চেষ্টা কৰিব। কিন্তু ভবিষ্যত হৈছে মানুহৰ কৰ্ম্ম আৰু একেলগে ভাগ্যৰ দশা। কৰ্ম্ম কৰিলেও ভাগ্য নাথাকিলে ফল নাপাব পাৰে আৰু ভাগ্যক ধিয়াই কৰ্ম্ম নকৰিলেও পেটত গাঠি দিব লাগিব। গতিকে দুয়োটাৰ প্ৰতি একাগ্ৰতা ৰাখি আগবাঢি যাবা— জীৱনত তোমাৰ নিশ্চয়কৈ উন্নতি হব আৰু সেইখন সমাজেই পাচত ওলোটাই বাঃ বাঃ দিব আৰু যি কেইজনে আগতে বাধা দিছিল তেওঁলোকেই পুনৰ কবহি মই আগতেই কৈছিলো তেওঁলোকৰ বুদ্ধি আছে দুয়োটাই উন্নতি কৰিব পাৰিব মিছাতেই মানুহে হুলস্থূল লগাই-ছিল— ইত্যাদি, ইত্যাদি বহু কথা।

এনেবোৰ উদাহৰণ আমাৰ সমাজৰ বাটে পথে ঘৰে দুৱাৰে আছে-কিন্তু এইবোৰ কু-সংস্কাৰ, কু-নীতি আজি কালি এৰিবৰ হল— সেই বুলি যে আনৰদৰে সমাজক একেবাৰে লঠিয়াই চলিব লাগিব তকো মই কোৱা নাই। সামাজিক প্ৰক্ৰিয়াক লক্ষ্য কৰি আগুৱাই যোৱা, সমাজৰ পৰি-স্থিতিৰ লগত সেই প্ৰক্ৰিয়া যদি খাপ খোৱা বিধৰ নহয় তাক তুমি মাত্ৰ শুনিবা— নামানিবা কিন্তু তোমাক উপদেশ দিয়া মানুহজনে বৰ্ত্তমান শিক্ষা নীতি, ৰাজনীতি, আইন কানুন নাজানে সেয়ে তোমাক তেনেদৰে কলে, গতিকে তেওঁক পেংলাইও নকৰিবা, অসন্মান নকৰিবা ইচ্ছা কৰিলে ভালকৈ বুজাই দিবা নহলে ভদ্ৰভাবে কবা আপোনাৰ কথা মই বাৰু চিন্তা কৰি চাম। তাৰ বাহিৰে নানা কথা উলিয়াই তৰ্ক কৰি জেষ্ঠ ব্যক্তিজনৰ মনত বেয়া মনোভাব পোষন নকৰিবা। বহু ক্ষেত্ৰত আজি কালিৰ সমাজত আমাক তেওঁলোকৰ সহায় নালাগে কিন্তু মনত ৰাখিবা তেওঁলোকৰ আশীৰ্ব্বাদ আমাৰ সকলোৰে প্ৰয়োজন।

আজিলৈ আৰু বহু উক্তিৰ আলোচনা নকৰো। মাত্ৰ ধৰি লবা তোমাৰ প্ৰতি থকা মোৰ মৰম অপৰিসীম। মই তোমাক মোৰ কোনো কথাৰে ফাঁকি দিবলৈ চেষ্টা কৰা নাই। কিন্তু চেষ্টা কৰিছো তোমাৰ আৰু মোৰ এই ভালপোৱাৰ যাতে কোনো যুক্তিয়ে আতৰাব নোৱাৰে। মই আশাকৰো মোৰ ক্ষেত্ৰত সেইটো অটুত

থাকিব— কিন্তু মাজানো তোমাৰ ক্ষেত্ৰত কিমান কালপ্ৰসূ হয়। তথাপি, অঞ্জলী মই তোমাক খুউব ভাল পাওঁ। আজি কালি তোমাৰ নামটিয়ে মোৰ অতি ভাল লাগে অনবৰতে মনতে আছি থাকে তোমাৰ নামটি ·· ·· অঞ্জলী। তোমাৰ নামটিয়ে বৰ্ত্তমান মোৰ অন্তৰৰ তৃপ্ত সুবাস। যেনেকৈ ইংলণ্ডৰ শ্ৰেষ্ঠ উপন্যাসিক Vladimir Nabokov এ লিখিছিল" Lolita, light of my life, fire on my loins, may sin, my Soul. Lo .. .. Lee ...... Ta the tip of my tongue taking a trip of three steps down the palate to tap, at three, on, the teeth Lo-Lee-Ta" তেখেতৰ উপন্যাস Lolita খনত। ঠিক একে দৰে তুমিও মোৰ প্ৰাণত জ্বলি থকা যেন একুৰা জলন্ত জুই আৰু তোমাৰ নামটোও মোৰ যেন দাঁত আৰু ওঠৰ মাজৰ পৰা অতৰ্কিতে ওলাই অহা অন্তৰৰ সান্ত্বনা .. . অ ঞ্জ ..লী।

বহু কথাৰে তোমাক আজি বিৰক্তি কৰি তুলিলো বেয়া নাপাবা। উত্তৰ নিশ্চয় সোনকালে পাম শেষত পুনৰ তোমাৰ প্ৰতি একাজলি মৰমাশীৰ্ব্বাদ যাচি আছিলো। ইতি—

তোমাৰ

প্ৰদীপদা

মৰমী অঞ্জলী,

এয়া গ্ৰীষ্মকালৰ প্ৰচণ্ড তাপ-উগ্ৰ প্ৰখৰতাক ক্ৰমান্বয়ে আতৰাই এচমকা বৃহৎ আৱৰণে সমগ্ৰ দিগন্ত জুৰি আকাশখন ঢাকি পেলালে। পৃথিৱীৰ বুকুলৈ নামি আহিল বৰ্ষা কাল। জাকে জাকে বৰষুণৰ টোপালবোৰ পৃথিৱীৰ ওপৰত মধুৰ শব্দেৰে পৰিবলৈ ধৰিছে। পানীৰে উপচি পৰা খালবোৰৰ কাষত বেংবোৰে আনন্দত কিৰিলিয়াবলৈ ধৰিছে। জাক জাক বৰষুণৰ ক্ৰিয়াবোৰৰ কথা ভাবি থাকোতেই মোৰ কল্পনাত ভাহি উঠিল এইবোৰ যেন বৰষুণ নহয়, মেঘৰ অকৃত্ৰিম মৰমত সৰি পৰা মৰমৰ মাধুৰী, আৰু বেং বোৰৰ কিৰিলনিবোৰ? ডাৱৰৰ কোনোবা যুগৰ প্ৰেমিকাৰ মৰমৰ মাতৰ প্ৰতিধ্বনি। প্ৰেমিকৰ পৰশত যিদৰে প্ৰেমিকাৰ মন-প্ৰাণ আনন্দত আত্মহাৰা হৈ উঠে থিক তেনেদৰেই বেংবোৰে ডাৱৰ জাকৰ নিভাজ মৰমত সৰি টুপ টুপ চুমা-বোৰৰ পৰশ পাই আনন্দত নাচি উঠিছে। মই হঠাৎ উপলব্ধি কৰিলো সেই বৰষুণ জাকৰ প্ৰতিটো টোপালেই যেন মোক সোঁৱৰাই দিছে তোমাৰ মৰমৰ মাধুৰিমাখিনি। বেং বিলাকৰ বিকত চিঞৰৰ বোৰো মোৰ ভাল লগা হ'ল। মই অনুভৱ কৰিলো সেয়া যেন বেঙৰ আৰ্তনাদ নহয় সুদূৰ আকাশত ওলমি থকা ডাৱৰ জাকৰ লগত মিলনৰ বাবে কৰা উচুপনিহে। প্ৰকৃতিয়েও মিলনৰ কামনা কৰে। একেদৰেই মিলনৰ কামনা কৰো ময়ো। মোৰো মন আকাশ ঢাকি ধৰিলে এজাক নিভাজ মৰমৰ সোণালী চেকুৰাই। মই অনুভৱ কৰিলো যেন তোমাৰ মৰমৰ ভপত চকুলোবোৰ টপ্ টপ্ কৈ মোৰ গাত সৰি পৰিছে। মই ৰোমাঞ্চিত হৈ পৰিলো। আনন্দত মোৰ মনটো বিৰিঙি উঠিল। তোমাৰ কামনাতে এবুকু ভক্তি আৰু এটি সেৱাৰে এয়া ভগবানৰ ওচৰত চিঞৰি চিঞৰি প্ৰাৰ্থনা কৰিছো। তুমি যাতে মোৰ জীৱনৰ চিৰসংগী হোৱা তাৰ প্ৰাৰ্থনাৰ শেষত এটি আনন্দৰ নিশ্বাসত যেন মোৰ সকলো মৰম তোমালৈ প্ৰকৃতিৰ বায়ুমণ্ডলৰ মাধ্যমেৰে উটুৱাই পঠালো। আশাকৰো লবা।

অঞ্জলী, তোমাৰ চিঠিখনৰ প্ৰতিটো বাক্যৰ সুন্দৰতাই মোক আনন্দত ব্যাকুলিত কৰি তুলিছে। প্ৰতিটো আখৰেই যেন মোৰ বাবে কঢ়িয়াই আনিছে তোমাৰ দেহাৰ তৃপ্তসুবাস। আখৰবোৰে সচাকৈয়ে মোক সম্মুহিত কৰি পেলাইছে। পঢ়াৰ পাচতো একে-থৰে মাত্ৰ চাই আছো তোমাৰ হাতৰ সুন্দৰ আখৰ কেইটালৈ। এয়া যেন তোমাৰ আখৰ নহয় - চিঠি নহয় সম্মুহিত দৃষ্টিত মোৰ প্ৰাণত ভাহি উঠা এখন উজ্জ্বল মৰম লগা মুখৰ প্ৰতিচ্ছবি। এক বিপুল উৎসাহত মই অধীৰহৈ পৰিলো। অসীম আনন্দত মই চুমা খালো কেইবাবাৰো তোমাৰ আখৰ বিলাকত-- চিঠিখনত। তুমি চিঠিৰ শেষত লিখিছা "ইতি আপোনাৰ প্ৰেয়সী - অঞ্জলী"। মোৰ মনটোতে যেন কিহবাই আউল লগাই দিলে। মই ধৰি ললো তুমিও মোক সচাকৈয়ে ভাল পোৱা - নহলে তুমি মোৰ বাবে এনেকৈ নিলিখিলা হয়। মই মাত্ৰ চিন্তা কৰিবলৈ ধৰিলো আৰুনো কিমান দিন এনেদৰে ৰব লগা হব ? কোন দিনা তুমি মোৰ বুকুৰ মাজলৈ শ-শৰীৰেৰে আহিব পাৰিবা ? কোন দিনা মোৰ এই কল্পনা-বোৰ, সপোনবোৰ বাস্তৱত পৰিণত হব ? কোন দিনা মোৰ ভাগ্য উদয় হব তোমাৰ মৰম লগা মুখখনত হাজাৰ বিজাৰ মৰমৰ চুমা আকি দিবলৈ ? কোন দিনা মোৰ সৰ্ব্বশৰীৰে তোমাৰ পুলকতা উপলব্ধি কৰিব আত্মতৃপ্তিৰে ? ইত্যাদি ইত্যাদি বহু চিন্তা, বহু আত্মানুভব।

অঞ্জলী, তোমাৰ মনৰ ভাববোৰ মই স্পষ্ট বুজি পাইছো। তোমাৰ গন্তব্য পথত নীৰব পথিকৰ দৰে বৈ থাকি তোমাক অকলশৰে লগ কৰি তোমাৰ লগত কথাবতৰা হোৱাটো মোৰ যে উচিত হোৱা নাই তাক মই উপলব্ধি কৰিব পাৰিছো। কিন্তু মোৰ মনটোক যে একেবাৰে বান্ধি ৰাখিব নোৱাৰো। তোমাৰ কলেজৰ সময় হলেই মোৰো মনটো একেবাৰে বাহিৰলৈ ওলাই যায়। মনটো অকল সেই সময়তে নহয়— পুৰাই পৰাই খৰম দমাই থাকে— মাত্ৰ

সেই সময়ত মনে শৰীৰটোকে একে লগে আগবঢ়াই নি আছে। মানুহৰ মনৰ আশাবোৰ পূৰণ নহব পাৰে তথাপি মনৰ চিন্তাৰ, কল্পনাত জানো সকলোবোৰেই কৰিব নিবিচাৰে? মনৰ ইচ্ছাক বাধা দিব পৰা ক্ষমতা পৃথিবীত নাই। মনেই মানুহৰ উন্নতি আৰু অধোন্নতিৰ মূল। মানুহে মনতে যি কল্পনা কৰে সেই কল্পনা পৃথিবীৰ পৰা আতৰি গৈ কোনোবা স্বৰ্গ ৰাজ্যতো বিচৰণ কৰি ফুৰিব পাৰে আৰু মনে কেতিয়াবা অনৰ্থক চিন্তা কৰাই নিজৰ জীৱনলৈকো সৰ্ব্বনাশ কঢ়িয়াই আনে। ইয়াৰ উদাহৰণ বোৰ তোমাক হয়তো নিদিলেও বুজিব পাৰিবা। মূঠতে বৰ্ত্তমান তোমাৰ প্ৰতি মোৰ ভাল পোৱা ভাব গাঢ়হৈ পৰাৰে পৰা মই মোৰ মনটোক সংযত কৰিব পৰা নাই তথাপি অতিৰিক্ত বেয়াৰ ফললৈ যাতে মনটো আগবাঢ়ি নাযায় তাৰ প্ৰতি সদায় লক্ষ্য ৰাখো। মাত্ৰ তোমাক এবাৰ লগ পাবলৈ মোৰ মনটোৱে বৰকৈ হেঁপাহ কৰে। মই সেয়ে যাওঁ তোমাৰ কাষলৈ। নীৰৱ পথিকৰ দৰে পথৰ ওপৰত বৈ থাকিলেও মোৰ মনৰ মাজত বিৰিঙি থাকে হাজাৰ কল্পনা, শঙ্কা, মৰম আৰু বহুতো কিবাকিবি। সকলোবোৰ বাদ দি মই তোমাক লগ ধৰো। মোৰ এই প্ৰবৃত্তিটো ক্ৰমান্বয়ে মনৰ মাজত সহজহৈ আহিল। ইতিমধ্যে মোৰ এই কৰ্ম্মৰ পৰা মই নিজেই অনুমান কৰিছো যে মোৰ প্ৰেম আৰু মোৰ প্ৰেমিকা কোন এই কথাবোৰ সকলোৱে গম পাইছে। আমাৰ সমাজৰ সকলোৱে জানিলে। এই ক্ষেত্ৰত কেতিয়াবা মোৰ লাজ শংকা মনলৈ আহে কিন্তু সময়ৰ এনে অৱস্থাত কোনোজনে কেতিয়াও এবাৰ হলেও এনে কৰা নাছিল বা ভবাও নাছিল বুলি কব পাৰিব? সেয়ে মই আজি কালি অলপ নিঃসংকোচে তোমাক লগ ধৰো, কাৰণ সমাজৰ চকুত ধূলি দিবলৈ মই ইচ্ছা কৰা নাই নাইবা সমাজক ভয় কৰি আতৰি থকাও মোৰ ইচ্ছা নাই। কিন্তু মোৰ নায়িকা — একমাত্ৰ তুমি যদি বেয়া পোৱা তেন্তে বিষ ৰোৰ আৰু উপায় নাই। সুকলোকে

ভয় নকৰিলেও তোমাক ভয় কৰিবলৈ বাধ্য । তুমি নিশ্চয় বুজিছাই ইয়াৰ কাৰণটো কি ? অঞ্জলী, তুমি মোৰ এই স্বভাৱটো নিশ্চয় অল্পপ বেয়া পাইছা নহয় ? ৰাস্তাত তোমাক লগ কৰিলে তুমি নিশ্চয় সংকোচ কৰা নহয় ? তুমি চাগৈ ভাবা আমি কথা পাতিলেই এই মানুহবোৰে কেনেকৈ চাই থাকে । মানুহবোৰে হয়তো আমাৰ এই কাৰ্য্যক গৰিহণাহে দিছে এনেধৰণৰ বহুতো কথাই তুমি নিশ্চয় ভাবা নহয় জানো ? কিন্তু শুনা এয়া আমাৰ সমাজৰেই চৰিত্ৰ । ইংলেণ্ড, ইউৰোপৰ দৰে সমাজ এখন হোৱা হলে হয়তো তুমি সেইবোৰ কথা মনলৈ আনিব নোৱাৰিলাহেঁতেন । ময়ো হয়তো তোমাৰ লগত নিঃসঙ্কোচে নিৰ্ভয়েৰে বহুদূৰ আগবাঢ়ি যাব পাৰিলো হয় । কিন্তু পাশ্চাত্যৰ দেশবোৰৰ তুলনাত আমাৰ দেশৰ ভাব-ভঙ্গি অতি ঠেক । আমাৰ সমাজে সকলোবোৰ ক্ষেত্ৰতে প্ৰথমেই বেয়াটোৰ বাহিৰে ভালটোক চিন্তাই কৰিব নোৱাৰে । একেটা শ্ৰেণীতে পঢ়া দুটা লৰা ছোৱালীয়ে কৰবাত বৈ এষাৰ কথা পাতিলেও সি প্ৰেমালাপৰ বাহিৰে আন একো নহয় বুলি আমাৰ সমাজে গণ্য কৰে । সমাজখনক লৈনো আৰু কিমান আলোচনা কৰিম । মোৰ চিঠিখনত হয়তো তোমাৰ খঙেই উঠিছে নহয় ? কিন্তু শুনা আমাৰ সমাজে এই মনোভাববোৰ যেতিয়ালৈকে মনৰ মাজৰ পৰা আঁতৰাব নোৱাৰিব তেতিয়ালৈকে আমি আমাক বহল ভাবে চাব নোৱাৰিম । যুৱক-যুৱতীৰ মিলা প্ৰীতিৰ ক্ষেত্ৰত পাশ্চাত্যৰ দেশ বিলাকত তেনে কোনো ঠেক ভাবৰ অৱতাৰণা নহয় । তেওঁবিলাক সকলো বৃহৎ মনোভাৱাপন্ন । তাৰ বাবেই হয়তো ডঃ ললিত বৰুৱাদেৱে তেখেতে ইউৰোপ ভ্ৰমণ কৰি আহি "ইউৰোপৰ বাটত" নামৰ কিতাপখনত সমাজ কল্যাণ কাষ্ঠ ছুইছেন এই বৰ্ণনাটিত লিখিছে "অব সম-ছোৱালীয়ে একেলগে পঢ়া-শুনা কৰিছে । একেলগে ছাত্ৰ হৈছে । ইজনে সিজনক ঘনিষ্ঠভাবে জনাৰ সুবিধা পাইছে । যৌৱনতো তেওঁলোকে স্বাই-শিক্ষা সহ-ব্যাপাৰ সাৰ্ব্বজনিক মিলা-মিছা কৰিছে ।

ইয়াত পিতৃ-মাতা, ওচৰ-চুবুৰিয়া বা সমাজৰ কোনো আপত্তি যেই নাই। মাক-বাপেকৰ চকুৰ আগতে ডেকা-গাভৰুৱে গল্প কৰিছে, টমা আজোৰা কৰিছে, হাঁহি-ধেমালি কৰিছে আকাশ পাতাল নহওক পৰিবেশটো চঞ্চল কৰি তুলিছে! কিন্তু কোনেও আপত্তিতো নকৰেই বিৰক্তিও বোধ নকৰে। ছুটিৰ দিনত ডেকা-গাভৰুৱে লগ-লাগি বাহিৰত আনন্দ কৰিবলৈ গৈছে মটৰ, বাইচাইকলৰ পিচত গাভৰুক তুলি-কোনো দ্বিধা সঙ্কোচ নাই। ডেকা-গাভৰুৰ অকলশৰীয়া সান্নিধ্য লৈ কাৰো ভ্ৰুক্ষেপ নাই--কোনো বাধা নাই। এনে ভাবেই এওঁলোকৰ প্ৰণয় হয়— তাৰ পাচত হয় পৰিণয়।" এই বিলাক কথা পঢ়িলে বা শুনিলে অন্তৰতে আমাৰ লাজ লাগে। ইংলণ্ডত নাৰীৰ অৰ্দ্ধ নগ্ন চবিবোৰ চাই আমাৰ বহুতো মুখতে থু পেলাই দিবলৈ বাধ্য হয়— কিন্তু ইয়াৰ কাৰণ কি? ইয়াৰ কাৰণ আমাৰ সমাজখন— পৰিবেশটো আৰু পৰিয়ালটো। আমাৰ সমাজে তেনে আচৰণৰ পথত আজিও ভৰি দিয়া নাই। কিন্তু আন্ধাৰৰ সুযোগলৈ নাইবা লুকাই চুৰকৈ কৰা জঘন্য অভদ্ৰামীক আমাৰ সমাজে বেয়া নোবোলে কিন্তু পোহৰৰ মাধ্যমত নিজৰ ভনী এজনীৰ হাতত ধৰি গলে ককায়েক হলেও বেয়া উক্তি নকৰাকৈ নাথাকে। এয়ে সমাজৰ নীতি।

সমাজৰ এনেবোৰ আচৰণৰ কাৰণেই আজি আমাৰ ডেকা-গাভৰুৱে নাকত এবোজা লাজ লৈ বাস্তাত কথা পাতে। তথাপি যেতিয়া এখন অন্তৰক আন এখন অন্তৰে ভাল পায়—তেতিয়া সিহঁতে কম পৰিমাণে হলেও তেনে লাজৰ পৰা নিজক বিৰত ৰাখিবলৈ সযত্নে প্ৰচেষ্টা চলায়। প্ৰেমৰ তাড়নাই লাজক প্ৰশ্ৰয় নিদিয়ে-- দূৰ দিগন্ত নামানে— মানে-- আত্মতৃপ্তি, কণমান আনন্দ আৰু মৰমৰ বিনিয়োগ। ভাব বাবেই "অনেক পুতলাৰ নাচ" নামৰ কিতাপখনত লিখক বীৰেন্দ্ৰ বৰুৱাদেৱে লিখিছে— 'অন্তৰৰ একান্ত-মতাই কোনো দূৰৰ বাধা নামানে, কোনো দূৰৰ প্ৰাচীৰ নোখোজে।"

এই বিলাক কাৰণেই হয়তো আজিৰ যুৱক-যুৱতীয়ে সমাজৰ নিয়ম উলঙ্ঘা কৰে। দুৰ্ব্বাৰ মিলনৰ আকাঙ্খাত এজনে আন এজনক নিজৰ জীৱনৰ সৰ্ব্বস্ব এৰি দিয়ে। তেনেদৰেই কোনো কোনো গাভৰুৰ জীৱনলৈ কলঙ্ক নামি আহে। বহুতৰ বিবাহ হয় আৰু বহুতৰ বিচ্ছেদ হয়। এই বিচ্ছেদৰ বহুতো কাৰণ আমাৰ সমাজখনেই। ছোৱালীজনী অবৈধভাবে অন্তঃসত্বা হলেও লৰাটোক পৰিয়ালে নাইবা সমাজেই আনিব নিদিয়ে বহুত ছোৱালীয়ে কৰোবাক ভালপাই গুচি যোৱাৰ পাচতো লৰাটো নিচ জাতিৰ বুলি ঘিণ কৰি পুনৰ নিজ ঘৰলৈ ছোৱালীজনীক উভোতাই লৈ অহাৰো বহুতো প্ৰমাণ আছে। এই বিলাকৰ উপৰিও আৰু বহুতো কাৰণ আমাৰ সমাজত আছে- তাক তুমি নিজেই চিন্তা কৰিলে পাবা। অবিবাহিতা যুৱক-যুৱতীয়ে বিবাহৰ দিনটোকে ধৰি ভৱিষ্যতৰ এখন সুখৰ সংসাৰৰ কল্পনা কৰে সঙ্গ সুখৰ বহুতো কামনা কৰে। কল্পনাত মানুহৰ ভৱিষ্যত সদায় সুখৰ, মধুময়। কিন্তু বাস্তৱৰ প্ৰতিটো দিনেই দুখ আৰু কাৰুণ্যৰে ভৰা। বহুতে হয়তো বিবাহৰ কল্পনা কৰি কেতিয়াবা বিৰক্তিও বোধ কৰে। কিন্তু বিবাহৰ পৰা যে মানুহৰ জীৱনত শিকিব লগা কথা নাই তাক আমি দুই কৰিব নোৱাৰো। বিয়াৰ পাচত মানুহে সমাজৰ আৰু বহুতো কথা জানিব পাৰে, নানান আচাৰ-ব্যৱহাৰৰ শিক্ষা লাভ কৰিব পাৰে— আত্ম সংযম, ভক্তি, ধৰ্ম্ম আদিৰ বহু কথা শিকে। .— ভুৱন মোহন মহন্তৰ "হৃদয়" নামৰ কিতাপখন পঢ়িছা? তাত তেখেতে লিখিছে" বিয়া এটা অত্যাৱশ্যকীয় কাম নহলেও আৱশ্যকীয়। মানৱ জীৱনৰ বিভিন্ন দিশৰ দু নুবলৈ বিয়া এটা অপৰিহাৰ্য্য পথ।" বহুতে বিয়াৰ তৃপ্তি উপভোগ কৰিছে আৰু বহুতে তাৰ কল্পনাই কৰি আছে। কল্পনাত জীৱৈক থকা কেইজন আশা আকাঙ্খাত বাস্তৱৰ তৃপ্তি লোৱা কেইজনতকৈ বেছি উত্তেজিত। অৱশ্যে মানৱ জীৱনৰ ই এটা স্বাভাৱিক প্ৰকৃতি। গোৱালকৈ নোপোৱাত মানুহৰ কল্পনা অধিক আৰু এই কল্পনা কৰিবলৈকো

মানুহৰ অৱকাশৰ নিতান্ত প্ৰয়োজন। সেই কাৰণেই শীলভদ্ৰই তেখেতৰ "কোনো ক্ষোভ নাই" নামৰ কিতাপখনৰ 'তিৰ্য্যক' নামৰ গল্পটোত লিখিছে "দৈহিক তৃপ্তিৰ কাৰণে প্ৰয়োজনীয় বস্তু লাগিবই, কিন্তু মনৰ তৃপ্তিৰ কাৰণে লাগে কল্পনাৰ অৱকাশ"। সেয়ে মানুহে ৰাতি শুৱাৰ সময়ত, অকলশৰীয়া অৱস্থা আদিত কল্পনা কৰে আৰু মনৰ শান্তি পায়। বিবাহৰ আগৰ জীৱনৰ কল্পনা যদি কেতিয়াবা বাস্তৱত পৰিণত হয় তেন্তে মনৰ শান্তি ভূৰি আছে, সেই শান্তি অতুলনীয় কিন্তু এনেবোৰ কামত, কল্পনাত যদি কোনোবাই নানা প্ৰকাৰে বাধা প্ৰদান কৰে তেন্তে মনবোৰত অশান্তি, ক্ৰোধ আদিৰে ভৰি পৰে। বহুতে কল্পনা কৰা মতে নিজৰ প্ৰেমিক বা প্ৰেমিকাক যদি জীৱন সঙ্গী হিচাপে নাপায় আৰু নানা বাধ্য বাধ্যকতাত পৰি আনৰ লগত জীৱনৰ পাতনি মেলিব লগা হয় তেন্তে তেওঁ অপ্ৰকাশিতভাৱে হলেও চিৰ জীৱনৰ বাবে অনুতপ্ত হব লগীয়া হয়। বহুতে সাংসাৰিক জীৱনলৈ নানান অশান্তিও কঢ়িয়াই আনে আৰু বহুতে প্ৰথমৰে পৰা বিচ্ছেদৰ ভূমিকা গ্ৰহণ কৰে আনকি সহবাসৰ পৰাও বিৰত থাকে। একজনৰ এনে চৰিত্ৰ আনজনৰ ভাল নলগা বা অসহ্য হোৱাটো সাধাৰণতেই স্বাভাৱিক। কাৰণ নৱ-দম্পতীৰ ক্ষেত্ৰত ৰাতিটোৰ মিলনৰ কল্পনাই যি আবেগ, অনুভূতি, শিহৰণ আদিয়ে মনৰ মাজত ক্ৰিয়া কৰে, স্বামীৰ স্ত্ৰীৰ প্ৰতি যি মৰম, মনৰ স্পৃহা তাক বাস্তৱত উপলব্ধি কৰিলে যিমান সোৱাদ পোৱা যাব লিখনীৰ জৰিয়তে প্ৰকাশ কৰিলে সিমান সোৱাদৰ ৰস উলিয়াব পৰা নাযায়। স্বামী-স্ত্ৰীৰ সঙ্গ সুখ পৃথিৱীৰ অদ্বিতীয় জীৱনৰ মধুময় দিনৰ উল্লেখনীয় সময়। এনে আনন্দ, সুখ আদিকে নেওচা দি কোনো স্বামীয়ে যদি স্ত্ৰীৰ লৈতে সহবাস নকৰে তেন্তে সেই স্ত্ৰীয়ে সহ্য কৰে কেনেকৈ? তেওঁলোকৰ যিকোনো একজনেই জানো বিচাৰে— এখন বহল বিছনাত নিজৰ শৰীৰটো বিপৰীতজনৰ স্পৰ্শ নোপোৱাকৈ— প্ৰথম [illegible]হীন ব্যক্তিটো অকলশৰে চিন্তাক্লিষ্ট মনেৰে

কটাই দিবলৈ। এনে অৱস্থাত পুৰুষতকৈ নাৰীৰ কিন্তু অতিশয় অশান্তি লাগে। চঞ্চল মনটোৱে কান্দি উঠে। চকুৰ পানীয়ে বাট নেদেখা হয়। তেওঁ হয়তো ভগবানৰ ওচৰত প্ৰাৰ্থনা কৰে— মোৰ দৰে এনে নিৰ্য্যাতন যাতে আন কোনো যৌৱনা— নাৰীয়ে ভোগ নকৰে। সেয়ে 'শেষ নিশাৰ জোন' নামৰ উপন্যাসখনিত ঔপন্যাসিক সন্তোষ কুমাৰ শৰ্ম্মাদেৱে লিখিছিল— "কামনা-বাসনা, স্পৰ্শহীন, মৃতপ্ৰায়, আদিম সহজাত অনুভূতি সম্পন্ন এজন পুৰুষৰ লগত একেখন বিছনাত মোৰ দৰে উদভিন্ন যৌৱনা এগৰাকী নাৰীয়ে নিশাৰ পিচত নিশা উজাগৰে কটাই অভিশপ্ত জীৱন এটা যাতে আন কোনো নাৰীয়ে যাপন কৰিব নালাগে তাৰ বাবে মই ঈশ্বৰক খাটিছিলো।" অৱশ্যে এনেবোৰ কথাৰ আতিগুৰি বিচাৰিলে নিশ্চয় বহুতো কেৰুন উদ্ঘাটন নোহোৱাকৈ নাথাকিব। বহুতে হয়তো মনৰ বেজাৰত সহবাস কৰিব নিবিছাৰে; বহুতে হয়তো স্ত্ৰীক নিন্দা কৰি নিজকে স্ত্ৰীৰ পৰা আতৰাই ৰাখিব বিচাৰে, আৰু হয়তো বহুত পুৰুষৰ যৌন স্পৃহা লাহে লাহে কমি অহাৰ পৰিপ্ৰেক্ষিতত্তো সঙ্গ সুখৰ মাদকতাৰ পৰা আতৰি থাকে। এইখিনিতে এটা কথা কিন্তু বিশেষ মন কৰিব লগীয়া— পুৰুষৰ যিমান দোষেই তুলি বৰ্ণনা কৰা তাত যিমান বেয়া নাপায় সিমান বেয়া পায় অকল এটা কথাত সেইটো হল এই ওপৰত উল্লেখ কৰি অহা পুৰুষৰ যৌন স্পৃহা কমি অহাটো। পুৰুষ সকলে নিজৰ যৌন ক্ষমতা, কমি অহাৰ কথাটো সাধাৰণতে প্ৰকাশ কৰিবলৈ টান পায়। তাৰ বাবেই হয়তো শ্ৰীপদ্ম বৰকটকীদেৱে তেখেতৰ "নীতাৰ প্ৰেম' নামৰ কিতাপখনত লিখিছে" নিজৰ যৌন ক্ষমতা কমি আহিছে বুলি ভাবিবলৈও পুৰুষে লাজ পায়, বিশেষকৈ যেতিয়া নিজৰ স্ত্ৰীৰ যৌন অটুট থাকে।"

এনেধৰণৰ বিচ্ছেদবোৰ বিবাহিতা জীৱনত কিন্তু খুব কমেই হয় কিন্তু অবিবাহিতা প্ৰেমিক প্ৰেমিকাৰ ক্ষেত্ৰত দেখা বিচ্ছেদৰ সংখ্যা অসংখ্য। এনেবোৰ বিচ্ছেদৰ প্ৰধান কাৰণ মোৰ বোধেৰে প্ৰেমিকাই

প্ৰেমিকক কৰা প্ৰতাৰণা। ভোমোৰাৰ স্বভাৱেই হৈছে ফুলে ফুলে মৌ চুহি ফুৰা। যেতিয়া এপাহ ফুলত যথেষ্ট মৌ খাবলৈ পায় তেতিয়া সেই ভোমোৰাই ঘূৰি ঘূৰি পুণৰ সেই পাহ ফুলতেই পৰেহি। কিন্তু সেই ফুলপাহি যদি অকালতে মৰহি যায়— নাইবা মৌৰ ঠাইত যদি পানী জমা হৈ বিষৰ দৰে হৈ পৰে তেতিয়া নিশ্চয় সেই ভোমোৰাই এবুকু বেদনা বুকুত বান্ধিলৈ আঁতৰি যায়। একেদৰে প্ৰেমিকে স্বাভাবিকতে প্ৰেমিকাক পাহৰি যাব নোৱাৰে। কিন্তু বিচ্ছেদৰ মূলতে প্ৰেমিকাই কৰা বৃহৎ প্ৰতাৰণা। বহুত প্ৰেমিকে মুখেৰে প্ৰেমিকাৰ লগত হুলি গলি কৰে কিন্তু অন্তৰত কাৰোবাক পুহি ৰাখে। অন্য পুৰুষৰ সৌষ্ঠৱ দেহাৰ জুতি বিচাৰি বহু প্ৰেমিকাই পূৰ্ব্বৰ প্ৰেমিকক প্ৰতাৰণা কৰে। কিন্তু এই প্ৰতাৰণাৰ যি জুই, সেই জুইৰ তাপৰ যে কিমান উত্তাপ তাক জানো কোনোবাই অনুভৱ কৰিব পাৰিব? পাৰিব মাত্ৰ সি, যিয়ে এই জুইৰ তাপত দগ্ধ হৈছে। এজনক ভাল পোৱাৰ আশাদি আন এজনক দেহৰ সৰ্ব্বস্ব ঢালি দিয়া কথাবোৰ সচ কৈয়ে বৰ পৰিতাপৰ কথা। বিশেষকৈ প্ৰেমিকৰ বাবে ই অসহ্য। তাৰ বাবেই হয়তো আধুনিক উপন্যাসিক শ্ৰীক্ষিতি বৰাদেয়ে তেখেতৰ "ইতিকথা" নামৰ উপন্যাসখনত লিখিছে "পৃথিৱীত সকলোতকৈ মিঠা বস্তু কি জানে? ওহু! — প্ৰেমিকাৰ সোৱৰণী। আৰু সকলোতকৈ তিতা বস্তু হৈছে—প্ৰেমিকাৰ অনাদৰ, অৱহেলা। প্ৰেমিকাই পাহৰি যোৱাটোৱেই প্ৰধান দুখ। আনক হিয়া দিয়া আটাইতকৈ ডাঙৰ যাতনা।"

যৌৱনৰ তাড়না, উত্তেজনা আৰু প্ৰতিহিংসা জীৱনৰ বাকীছোৱা সময়তকৈ বৃহৎ, প্ৰবল আৰু গভীৰ। সেইকেই যৌৱনক ফাঁকি দিয়া, কষ্ট দিয়া আৰু অৱহেলা কৰাক হয়তো স্বয়ং ভগৱানেও সহ্য কৰিব নোৱাৰে। অঞ্জলী, মোৰ এই কথাবোৰত তুমি নিশ্চয় কিবা ভাবিছা নহয়? তুমি হয়তো ভাবিছা মোক ভালপোৱাৰ আখ্যা দিবলৈ গৈ চিঠিখনত ইমানবোৰ অপ্ৰাসংগিক কথাৰ অৱতাৰণা কৰাৰ অৰ্থ

ক'ত? অৱশ্যে সচা, এইবোৰ কথা তোমাৰ আৰু মোৰ ভাল-পোৱা স্মৃতিটোৰ পৰা বহু আতৰত—ইমানবোৰ উক্তিৰ প্ৰয়োজন নাই তথাপি মই ভাবো আমাৰ ভালপোৱাৰ মাধ্যমেৰে আমি কিছুদূৰ আতৰলৈ গুলাই গৈ আন আন ঠাইৰ, লিখকৰ, পৰিবেশৰ, সমাজৰ নানান কথা শিকি থোৱা ভাল। কাৰণ, মানুহৰ মনৰ পৰিসৰ বৃদ্ধিৰ বাবে নানান বিষয়ত জ্ঞান আহৰণ কৰাটো নিতান্ত প্ৰয়োজন। এই বিষয়বোৰ অকল উচ্চ চিন্তা, উচ্চ শিক্ষা হলেই নহব। সংস্কৃত নানান সৰু সুৰা কথাৰো প্ৰয়োজন বহুতো। সমাজ এখনত সাধাৰণতে ঘটি থকা ঘটনা সমূহৰ পৰাও সাধাৰণ বহুজ্ঞান মানুহে লাভ কৰিব পাৰে। বিশেষকৈ মানুহৰ ব্যক্তিত্ব, স্বভাৱ-চৰিত্ৰ আদিৰ প্ৰাথমিক জ্ঞানবোৰ সমাজৰ ব্যক্তি সকলৰ বিভিন্নজনৰ বিভিন্ন চৰিত্ৰৰ পৰাই জনা যায়। পুৰুষৰ চৰিত্ৰৰ কথা লৰাতকৈ ছোৱালীয়ে কিন্তু অতি কম বয়সৰ পৰাই অনুভৱ কৰিব পাৰে। পুৰুষৰ মনৰ চঞ্চলতা ছোৱালীয়ে অতি সহজে বুজি পায়। জীৱনত যৌৱনৰ সঞ্চাৰ হোৱাৰে পৰা যৌৱন অটুট থকা অৱস্থালৈকে সকলো পুৰুষৰ স্বভাৱ কম বেছি পৰিমাণে চঞ্চলতা হোৱা দেখা যায়। কাৰণ কোনো পুৰুষে কব নোৱাৰে যে তেওঁৰ প্ৰাণৰ প্ৰেয়সী গৰাকীৰ বাহিৰে আন কোনো সুন্দৰীক জীৱনৰ কোনো এটা দিনত নিৰ্জন ঠাইত অকলশৰে পোয়া কোনো প্ৰেমালাপ কৰা নাই বা আন কোনো প্ৰকাৰে মৰমৰ আদান-প্ৰদান কৰা নাই। সেইদৰেই অৱশ্যে নাৰীয়েও কব নোৱাৰে যে তেওঁলোকেও কোনোদিন পৰ-পুৰুষৰ মৰম বিচৰা নাই আৰু মৰম পাবলৈকো ইচ্ছা কৰা নাই। গতিকেই এই উদাহৰণ-বোৰ জীৱনত প্ৰত্যেক প্ৰেমিক আৰু প্ৰেমিকাৰ প্ৰতি অত্যাৱশ্যকীয় নহলেও আৱশ্যকীয়। কোন দিনা কাৰ মনৰ চঞ্চলতাই প্ৰশ্ৰয় লৈ কাৰ জীৱনলৈ কেতিয়াবা অপাৰ আনন্দ আৰু কাৰোবাৰ জীৱনলৈ বাধা ভৰা গ্লানি কঢ়িয়াই আনে তাক জানে কোনে? কিন্তু প্ৰভাৱিত হোৱাজনৰ অন্তৰত বৈ যাব সেই গ্লানিভৰা অনুতাপৰ

তীব্ৰ অনুসূচনা। কোনো এটা দিনত ইয়াৰ অনুতাপ তেওঁ নিজেই কৰিব। প্ৰকাশ কৰিব নোৱাৰিলেও ক্ষন্তেকৰ বাবে হলেও অতীতক সুঁৱৰি আবেগিক নোহোৱাকৈ নাথাকিব। প্ৰতাৰণা কৰা জনে যদি নিজৰ ইচ্ছামতে দ্বিতীয় গৰাকীৰ পৰা সুবিধা নাপায় তেন্তে তেওঁ অপ্ৰকাশিত ভাবেই জীৱনত হাঁহিৰ সলনি কান্দোনকহে সঙ্গী কৰি লব। বেজাৰৰ চকুলোৱে উজ্বল চকুহালত কাজল ঘহিব। অতীতৰ ঘটনাবোৰক মনৰ মাজত প্ৰায়ে ঠাই দিব। এনেদৰে যাতে ভবিষ্যত জীৱনটোলৈ অনুতাপৰ জুই কঢ়িয়াই আনিব নোৱাৰে তাৰ বাবে প্ৰত্যেক প্ৰেমিক-প্ৰেমিকাৰে এই ধৰণৰ ঘটনা সমূহৰ জ্ঞান থকাৰ বিশেষ প্ৰয়োজন। যৌৱন কালটো প্ৰত্যেকৰ বাবে এটা অমূৰ ৰূপী সময়। এই সময়ত সমাজৰ বাধা বাধকতা মানিব নোখোজে: মৃত্যুকো আকোৱালী লবলৈ অকণো শঙ্কা নকৰে আৰু ধৰ্মীয় ৰীতি নীতি বা গুৰু গোসাই একো মানিব নিবিচাৰে। এই খিনিতে এটা কথা মনত পৰিছে—"তিমিৰ তীৰ্থ" নামৰ উপন্যাস খনিত হোমেন বৰগোহাঞিয়ে লিখিছে যে "যৌৱন কালটো জীৱনৰ শ্ৰেষ্ঠতম সময়—এই কাৰণে নহয় যে সেই সময়তেই ভোগৰ বাসনা প্ৰবলতম হয় বা সেই সময়তেই ভোগৰ শক্তিও অপৰিমেয় হয়। যৌৱন এই কাৰনেই জীৱনৰ সৰ্ব্বশ্ৰেষ্ঠ ঋতু যিহেতু সেই সময়ত অপৰিমেয় প্ৰাণ প্ৰাচুৰ্য্য বলত মানুহ অতি অকৃপণ হব পাৰে। জীৱনক বে-পৰোৱাভাবে খৰচ কৰিব পাৰে; মৃত্যুৰ চকুত চকু ৰাখি মানুহে কব পাৰে যে মৃত্যুতকৈ জীৱন বেচি মহৎ আৰু বেচি বলশালী।" গতিকেই যৌৱনৰ সময় চোৱাই মানৱ জীৱনৰ আটাইতকৈ লাগতিয়াল, আটাইতকৈ উপভোগৰ সময়। এই সময় খিনিত যুৱক-যুৱতীৰ মনলৈ চঞ্চলতাৰ ভাব আহি পৰে মনত আনন্দৰ ভাব জাগি উঠে। স্ব-ইচ্ছাৰে যিকোনো কাম কৰিবলৈ বিচাৰে। স্বাধীনতা বিচাৰে। সেয়ে এই সময়খিনিত যুৱক যুৱতীক কথোৰ বান্ধনত ৰাখিবলৈ যোৱাটো সাধাৰণতে পিতৃ-মাতৃৱে নাইবা সমাজে সিহঁতক

শাস্তি দিয়াৰ বাহিৰে আন একো নহয়। পুতেক-জীয়েকৰ যৌৱন অৱস্থাত তেওঁলোকৰ কোনো প্ৰেমিক-প্ৰেমিকাৰ লগত অসৎ আচৰণ, ব্যৱহাৰৰ পৰা বিৰত ৰাখিবলৈ চেষ্টা কৰাটো অৱশ্যে মাক-দেউতাকৰ কৰ্ত্তব্য কিন্তু সেইবুলি সিহঁতক দিনৰ দিনটো ঘৰৰ ভিতৰতে আবদ্ধ হৈ থাকিবলৈ বাধ্য কৰাটো উচিত নহয়। এই সময় চোৱাত ছোৱালীয়ে লৰাৰ লগত আৰু লৰাই ছোৱালীৰ লগত কথা-বতৰা কৈ আনন্দ পায়। যৌন তৃপ্তিত আপ্লুত নহলেও এজন যুৱকে এজনী যুৱতীক চুই এটা ৰহস্যজনক কথাকৈ নাইবা অকশৰীয়াকে পালে ৰাস্তাত জোকাই আনন্দ পায়। ছোৱালীৰ ক্ষেত্ৰতো সেই একেই। প্ৰায়বোৰ ছোৱালীয়ে কোনো লৰাই জোকালে সাধাৰণতে বেয়া পোৱা দেখুৱালেও অন্তৰত কিন্তু আনন্দহে পায়। অৱশ্যে পৰিবেশটোও তেনেকুৱা হব লাগিব। ঘৰৰ কোনো জ্যেষ্ঠ ব্যক্তিৰ আগতে লৰাই এই ফেৰা কাম কৰিলে তেওঁলোকে বেয়া পোৱাটো স্বাভাৱিক নাইবা ৰাগ-খং উঠাৰো যুক্তি আছে। কিন্তু বান্ধৱীৰ লগত থাকোতে তেনেদৰে জোকালে অৱশ্যে বিশেষ এটা বেয়া নাপায় বৰঞ্চ আনন্দহে পায়, ক্ষন্তেকীয়া সুখহে উপভোগ কৰে। সাধাৰণতে যৌৱনত এনেধৰণৰ দুই এক ঘটনা নঘটাও সাধাৰণতে শিক্ষা আৰু অভিজ্ঞতাৰ বাহিৰত। এইবোৰ অভিজ্ঞতাইও জীৱনত কেতিয়াবা বহু কথাৰ আভাষ দিয়ে। বহু লিখকৰ কল্পনাৰ বাটত পোৱালী জাগে। সমাজেও সেইবোৰ লিখনীৰ সোৱাদ লৈ ভাল পায় কিন্তু সমাজ আকাৰে নহয় ব্যক্তিগত ভাবে। সমাজ আকাৰে হলে তাৰ প্ৰতিবাদহে কৰিব। সেয়েহে যৌৱনাপুষ্ট ছোৱালী জনীক পিতৃ মাতৃয়ে একেবাৰে কাৰো লগত মিলা-মিছা কৰিবলৈ নিদিয়াটোও ভুল। এনে কৰিলে তেওঁলোক ভাল নহয়— কেতিয়াবা ভিতৰতে বিপথত পৰাৰো ভয় যথেষ্ট। এই খিনিতে মোৰ এটা কথা মনলৈ আহিছে— শ্ৰীপদ্ম বৰকটকীদেৱে তেখেতৰ "বিয়াৰ প্ৰথম নিশা" নামৰ কিতাপখনত লিখিছে "ৰাকক ওৰে জীৱন বান্ধনি ঘৰত

বন্দী কৰি অত্যাচাৰ কৰা আৰু নিজৰ গাভৰু কালৈকে শাসনত ৰাখি শাস্তি দিয়া বাপেকৰ ওপৰত যেন প্ৰতিশোধ লবলৈ আৰম্ভ কৰিলে সুবাস্তিয়ে”। গতিকেই এনে অশান্তিৰ যাতনা ভুগী থকা প্ৰত্যেক যুৱক যুৱতীয়ে সুবিধা অনুযায়ী নিজক বিপথগামী হবলৈ নাইবা পিতৃ-মাতৃৰ ওপৰত প্ৰতিশোধ লবলৈ উদ্যত হৈ পৰাও দেখা যায়। সময়ত তেওঁলোক বিৰোধী হয়, বিপ্লৱী হয়। সমাজক, পৰিয়ালক উলঙ্ঘা কৰে।

অঞ্জলী, তুমি হয়তো মোৰ এই দীঘলীয়া চিঠিখন পাই আমনি পাইছা নহয় ? তথাপি শুনা-- মই ভাবো ইয়াৰ প্ৰতিটো কথাই হয়তো আমাৰ যুগ্ম জীৱনত মাজে মাজে কেতিয়াবা লাগতীয়াল হৈ পৰিব। জীৱনৰ প্ৰথম নিশা ফুলশয্যাত বহি তুমিও হয়তো ক্ষীণ পোহৰৰ মাধ্যমত মোক জোকাব পাৰিবা। বহু কথাই মোক সোঁৱৰাই দিবলৈ প্ৰত্যক্ষ প্ৰমাণ পাবা— আৰু বহুতো নহয় জানো ?

যৌৱনৰ উৎকট তাড়নাৰ প্ৰক্ষেপত প্ৰেমিক প্ৰেমিকাই প্ৰেম কৰে। পৰস্পৰে পৰস্পৰক প্ৰেমালিঙ্গন কৰে। কিন্তু সেই প্ৰেমৰ মৰ্য্যদা বুজে কিমানে ? বজাৰত দিনে দিনে কৃত্ৰিম ভেজাল খাদ্যৰ প্ৰচলন হৈছে আৰু সমাজত দিনে দিনে অসৎ চৰিত্ৰৰ নাৰীৰ প্ৰাদুৰ্ভাব বাঢ়িছে। বজাৰত ঘূৰি ফুৰা সেই যৌৱন ভৰা তিৰোতাবোৰ সচাকৈয়ে অসৎ চৰিত্ৰৰ। এওঁবিলাকৰ চৰিত্ৰৰ অধঃপতন হোৱাৰ মূল কাৰণ এক মাত্ৰ তেওঁলোকৰ আৰ্থিক দুৰৱস্থা আৰু তাৰ সুযোগ বিচাৰি ফুৰা এচাম পুৰুষ। চাকৰিকে ধৰি সৰু-সুৰা আত্ম সংস্থাপনৰ বাবেই হওঁক নাইবা জীৱন নিৰ্ব্বাহৰ বাবেই হওঁক বহু পুৰুষে নানা প্ৰলোভনেৰে দুই চাৰি টকাৰ বিনিময়ত এই শ্ৰেণীৰ নাৰীৰ জীৱনৰ সৰ্ব্বস্ব উপভোগ কৰাৰ সুযোগ লাভ কৰিছে। পুৰুষৰ আত্মতৃপ্তি হোৱাৰ পাচত তেওঁলোক আতৰি যায় সেই নাৰীৰ ওচৰৰ পৰা আৰু নাৰীসকলৰ বাবে অচিনাকি হৈ পৰে সেই পুৰুষসকল। জীৱনৰ গ্লানিত, আৰ্থিক অনাটনত ভোগী সেই নাৰীচামে সেই

পুৰুষসকলৰ প্ৰতিদান হিচাপে তেওঁলোকৰ জীৱনলৈ অহা সৰু সৰু শিশুবোৰ বোকোচাত বান্ধি লৈ ঘূৰি ফুৰে ৰজাৰৰ চুকে কোনে ভিক্ষাৰীৰ বেশত। এনেবোৰ প্ৰলোভন অৱশ্যে অকল পুৰুষেহে যে দিয়ে তেনে নহয়— নষ্ট কৰাৰ মূলতে বহুতো নাৰীয়ো এইবোৰ কামত জড়িত থাকে যিয়ে সেইচাম নাৰীক নিজে নাৰী হৈয়ো ধ্বংসৰ পথলৈ আগবঢ়াই দিয়ে - শেষত বদনামৰ ভাগী হয় পুৰুষ সকল। যা হওক পুৰুষসকলক সৰ্ব্বস্ব এৰি দিয়ে— পুৰুষে তেওঁলোকক নানা প্ৰলোভনো দিলে মিলনৰ সময়ত কিন্তু পাচতেই আতৰি পৰে— তেন্তে সেই শ্ৰেণীৰ মানুহৰ প্ৰেমৰ মৰ্যাদা কি? এইবোৰ প্ৰকৃত প্ৰেম নহয় – এইবোৰ কোনো সুবিধাৰ বিনিময়ত বিক্ৰী কৰা প্ৰেমহে। সেয়ে আজিৰ বহু লিখকেই প্ৰায় সকলোবোৰ প্ৰেমকেই বজাৰুৱা প্ৰেমৰ আখ্যাহে দিছে। এইবোৰ ধৰা নিম্ন শ্ৰেণীৰ মানুহৰ মাজত ঘটি থকা ঘটনা কিন্তু উচ্চ পৰিয়ালবোৰতো যে এনে ধৰণৰ প্ৰেমৰ আদান প্ৰদান নহয় তাৰ অৰ্থ নাই। আজি কালি নিজ স্বাৰ্থৰ খাতিৰত বহুতো সম্ভ্ৰান্ত পৰিয়ালৰ নাৰীয়েই নানান উচ্চ পৰ্য্যায়ৰ বিষয় ব্যৱসায়ী, ৰাজনীতিবিদ আদিৰ লগত এনেবোৰ প্ৰেমৰ আদান প্ৰদান কৰে। আৰু পুৰুষ সকলেও একেদৰে সস্তীয়া প্ৰেমৰ সুযোগ বিচাৰে। নিম্ন সমাজত মদাহীবোৰে যেনেকৈ বজৰুৱা, বেশ্যা নাৰীকে সাবটি ধৰে ঠিক তেনেকৈ উচ্চ পৰ্য্যায়ৰ ভদ্ৰসকলৰ বহুতে আকৌ প্ৰেমৰ তাড়নাত থাকিব নোৱাৰি সময়ত ঘৰৰ কাম কৰা ছোৱালী আয়া জনীকে সাবটি ধৰে নাইবা কোনো আত্মীয় ছোৱালীকে প্ৰেমৰ সম্ভোগ কৰি লয়। তাৰ বাবেই হয়তো আসামৰ টাইগাৰ' হেম বৰুৱাদেৱে তেখেতৰ "বহাগতে পাতি যাওঁ বিয়া" নামৰ কিতাপখনত লিখিছে— "সমাজত এবিধ ভাল মানুহ বুলি মানুহ আছে। ছোৱালীজনীক মুক্ত ভাবে ভাল পাবলৈ বা গ্ৰহণ কৰিবলৈ এই ভাল মানুহসকলৰ সাহস নাই। এইবিলাক সেই বুলি যে সম্পূৰ্ণৰূপে যৌন উত্তেজনাৰ পৰা মুক্ত ভাবে ভাল পাবলৈ বা গ্ৰহণ কৰিবলৈ এই

ভাল মানুহসকলৰ সাহস নাই। এইসকল সেই বুলি যে সম্পূৰ্ণৰূপে যৌন উত্তেজনাৰ পৰা মুক্ত সেইবাৰ কথা সচা নহয় — সমাজৰ চকুত আজি 'ভাল' মানুহে ভাল মানুহহৈ থাকিবলৈ বিচাৰে লগতে সমাজৰ চকুত ধূলি মাৰি তেওঁলোকে যৌন আকাঙ্খাও তৃপ্ত কৰিবলৈ বিচাৰে। উপায় কি? এওলোকৰ যৌন জীৱন পৰ্দাৰ আঁৰৰ বস্তু। এওলোকে লুকাই চুৰকৈ নিজৰ ঘৰৰ সম্বন্ধীয়া কাৰোবাৰ লগত নাইবা বনকৰা ছোৱালীজনীৰ সৈতেই যৌন আদান-প্ৰদানৰ সুবিধা কৰি লয়।" গতিকেই আজিৰ সমাজৰ কোনোৱে যৌন ক্ষেত্ৰত এদিনো অসৎ উপায় অবলম্বন কৰা নাই বুলি বুকু ডাঠ কৰি কব নোৱাৰে। নাৰীৰ প্ৰতি পুৰুষৰ দুৰ্ব্বলতা থকাটো ঐশ্বৰীক অভিশাপ।

এই ধৰণেই বৰ্ত্তমান সমাজত প্ৰেমৰ আদান-প্ৰদান অজানিতে, অদৃশ্যতে হৈ আছে। বাস্তৱ ক্ষেত্ৰত সমাজত যিমান লেতেৰা প্ৰেমৰ, যৌন সম্ভোগৰ আদান প্ৰদান নাইবা প্ৰচলন হৈছে তাক আজিলৈকে কোনো উদণ্ড লিখকেও তেওঁৰ চতুৰ লিখনীৰ দ্বাৰাইও হুবহু প্ৰকাশ কৰা নাই। কিয়নো এনেহেন লেতেৰা প্ৰেমৰ, সম্ভোগৰ বৰ্ণনা দিবলৈকো লিখকৰ ন্যাকত লাজ লাগে — মনলৈ সংকোচৰ ভাব আহে। লিখনীত প্ৰকাশ কৰা মতে প্ৰেমৰ আদান প্ৰদানবোৰ বাস্তৱিকতে সমাজত প্ৰচলিত হোৱা হলেও 'প্ৰেম' নামৰ শব্দটোৰ কিছু মৰ্য্যদা থাকিল হয়। গতিকেই "গোপন গধূলী" নামৰ কিতাপখনৰ 'আপোন কক্ষ' নামৰ গল্পটোত লিখক লক্ষ্মীনন্দন বৰাদেৱে লিখিছে— 'প্ৰেম নামৰ শব্দটিৰহে অস্তিত্ব আছে। ইয়াৰ বাস্তৱ অস্তিত্ব নাই। আচলতে পৃথিবীত গল্প উপন্যাসৰ দৰে প্ৰেমৰ সঘন পুনৰাবৃত্তি হোৱা হলে ইয়াৰ বহুত হীনতা লাঘৱ হলহেতেন।"

জানা অঞ্জলী, এইবোৰ কাৰণেই আজি বহুতো ডেকাই বহুতো ছোৱালীৰ প্ৰেম অচিৰেই প্ৰত্যাখ্যান কৰে। সিহঁতৰ ভাল পোৱাৰ ভাব হৃদয়ত নাথাকে। থাকে মাত্ৰ চকুৰ চাৱনিত আৰু মুখৰ ভিতৰৰ জিভাখন ঘূৰাই কোৱা কথা কেইটাত। কিন্তু সিহঁতৰ প্ৰেম

পত্ৰবোৰত বৰ্ণিত হোৱা ভাষা-সাহিত্যৰ সোৱাদ ললে হয়তো প্ৰত্যে-কেই তন্ময় নহৈ নোৱাৰে। ভাষা আৰু লিখনীত সিহঁতে প্ৰত্যেকে আপোন কৰি ৰাখিব জানে কিন্তু অন্তৰত থকা আপোনতাৰ টান অন্য কোনো এক আত্মাতহে নিবদ্ধ থাকে। বহু দিনৰ আগৰ এটা কথা মনত পৰিছে— ১৯৭৬ চনৰ ফেব্ৰুৱাৰী মাহৰ বিস্ময়ৰ কমডিলাৰ বাজু কুৰ্ৰ নামৰ একন লৰাই বিদূষকৰ সম্পাদকক এটি প্ৰশ্ন কৰিছিল যে "একনী সৰল গাৱলীয়া ছোৱালীয়ে যদি আপো-নলৈ লিখে— এয়া পৃথিৱীৰ গছ-লতা, পশু-পক্ষী আদিক সাক্ষী কৰি কৈছো— আপোনাক ভাল পাওঁ, আপুনি মোৰ প্ৰথম প্ৰেমিক আপুনি বিশ্বাস কৰিবনে? উত্তৰত সম্পাদকে— লিখিছিল — নকৰো। কাৰণ গছ-লতাইতো সাক্ষী দিব নোৱাৰে। থিক একেদৰেই প্ৰেমি-কাই ভাল পাবলৈ বুলি সাহিত্যৰ বহন লগাই চিঠিবে বহু কথাৰ অৱতাৰণা কৰি ভাল পোৱাৰ প্ৰতিদান প্ৰেমিকালৈ পঠালেই যে তাত তাইৰ অন্তৰ্নিহীত ভাল পোৱা লুকাই থাকিব পাৰে তাক বিশেষকৈ আজিৰ দিনত কল্পনাই কৰিব নোৱাৰি। সিহঁতৰ ভাল পোৱাক ভালকৈ লক্ষ্য কৰিলে একোটা 'সাধৰ' যেনহে অনুমান হয়।

অৱশ্যে কালৰ সোঁতত ইয়াকো দেখা যায় যে এনেদৰে বহুতিয়া প্ৰেমৰ সোৱাদ লৈও বহুজনী ছোৱালীয়ে কেতিয়াবা কোনো প্ৰেমিকক আপোনতাৰ ভোলেৰে কটকটীয়াকৈ বান্ধি জীৱনৰ সঙ্গী কৰি লয় আৰু অনিবাৰ্য্য কাৰণবশতঃ কেতিয়াবা তেওঁলোক স্বামী-স্ত্ৰীৰ মাজত যদি কিবা কথা— কটা কটি হয় তেতিয়া প্ৰধানতঃ সেই ধৰণৰ স্ত্ৰীয়েহে স্বামীৰ দোষ খুচৰি কাজিয়াৰ সূত্ৰপাত বিচাৰি উলিয়ায়। স্বভাৱতে তেনে নাৰীৰ যে পূৰ্ব্ববৰ্ত্তী কোনো প্ৰেমিক নাছিল তাৰ প্ৰমাণ স্বামী গৰাকীয়ে তৎক্ষণাৎ উপলব্ধি কৰিব নোৱাৰাকৈ নাথাকে। অসমীয়াত যোজনা আছে যে চোৰেহে চোৰৰ ঠেং দেখে যি চোৰ সি লোকৰ কামতো চোৰৰ আভাষ ফুটাই তুলিবলৈ প্ৰচেষ্টা চলায়। কিন্তু সৎ চৰিত্ৰৰ মানুহ এজনে তেওঁৰ পবিত্ৰ অন্তৰৰ

ধাৰণাৰে তৎক্ষণাত যিকোনো মানুহক এনে আখ্যা দিব নোৱাৰে। গতিকেই শ্ৰীসুৰেন্দ্ৰ কুমাৰ দাসে তেখেতৰ 'মনে যেতিয়া মামানে' নামৰ কিতাপ খনত একে নামৰ গল্পটোত থকা নিপেনে নিলিমালৈ লিখা চিঠিখনত এইষাৰ কথা লিখিছে যে— "যৌৱনৰ প্ৰথম খোজত যিজনী নাৰীয়ে প্ৰেমৰ গোন্ধ পোৱা নাই সেইজনী নাৰীয়ে বিবাহৰ পাচত নিজৰ স্বামীক চৰিত্ৰহীন আখ্যা দিব নোৱাৰে বুলি মোৰ ধাৰণা।" কিন্তু প্ৰেমে প্ৰকৃততে এইবোৰ লৌকিক আচৰণক প্ৰশ্ৰয় নিদিয়ে। কাৰণ প্ৰেম এটা স্বকীয়া বস্তু। যাৰ সম্পৰ্ক মাত্ৰ আত্মীয়তা বোধৰ লগতহে জড়িত। বিশ্বৰূপা ছোৱালীৰ উঠন বুকুত ওলমি থকা অবাযৌৱনৰ আকৰ্ষণীয় ৰূপেও কেতিয়াবা পুৰুষৰ মনত আনন্দৰ জোৱাৰ তুলিব নোৱাৰে কিন্তু কোনো এজনী কুৎচিৎ ছোৱালীৰ যৌৱনকে দেখনিয়াৰ পুৰুষে আকোৱালি ধৰে, জীৱনৰ বাবে সঙ্গী কৰি লয়। সেয়ে বহু ক্ষেত্ৰত ৰূপ আৰু সৌন্দৰ্য্যই প্ৰেমক আহ্বান কৰিব নোৱাৰে। সেয়ে হয়তো ১৯৭৪-৭৫ চনত প্ৰকাশিত নগাঁও মহাবিদ্যালয়ৰ আলোচনীখনত অলকা কুমাৰী লস্কৰে লিখা "আম তাইৰ আমাংলা" নামৰ— গল্পটোত শ্ৰীমতী লস্কৰে লিখিছিল— "পবিত্ৰ আৰু গভীৰ ভালপোৱাক ৰূপৰ মাপকাঠীৰে নোজোখে"। অপৰূপ সৌন্দৰ্য্যৰে উপচি থকা এগৰাকী সুন্দৰীকো সকলোৱে সমানে আন্তৰিকতাৰে ভাল পাব নোৱাৰে। ইয়াৰ কাৰণ বহুতো। বহুতে হয়তো ছোৱালীজনীৰ আধুনিকতাৰ সাজ-বিলাস দেখিয়ে তাৰ চাৰিওৰ বেৰখোজে, বহুতে হয়তো তাইৰ দাম্ভিকতাৰ বাবেই ভাল পাব নিবিচাৰে আৰু বহুতে হয়তো তাইৰ সমকক্ষ নোহোৱা বুলি ভাবিয়েই আগবাঢ়িব নিবিচাৰে—ইত্যাদি। কিন্তু সহজ সৰল মনৰ প্ৰফুল্লতা আৰু প্ৰত্যেকৰে প্ৰতি নম্ৰ ব্যৱহাৰ যেখুৰা ছোৱালীৰ ওচৰত মুকলোৱে নিজৰ আনুগত্য প্ৰকাশ কৰে, মৰম যেখুৰাক ভাল পাব বিচাৰে আৰু তাইৰ বিপদৰ আশঙ্কাও নহয়। কিন্তু যি প্ৰকৃত প্ৰেম সেই প্ৰেমে জীৱনৰ শেষ দিনলৈকে প্ৰেমিকাক পাহৰি যাব নোৱাৰে

আৰু প্ৰকৃত প্ৰেমৰ বা ভালপোৱাৰ প্ৰেমিক-প্ৰেমিকাই জীৱনৰ সংকট-পূৰ্ণ অৱস্থাত কোনোৱে কাকো এৰি দিব নোৱাৰে প্ৰয়োজনবোধ কৰিলে এজনে আনজনৰ বাবে প্ৰাণ আহুতি দিবলৈকো অকনো চিন্তা নকৰে। তেনে অৱস্থাত নিজৰ মূল্যবান জীৱনটোকে তেওঁ-লোকে তুচ্ছ কৰি তোলে। জীৱই সকলোতকৈ ভয় কৰা বস্তু মৃত্যুলৈকো তেতিয়া তেওঁলোকে ভয় নকৰে। অথচ-মৰণলৈ সকলোৰে ভয়। নিজৰ জীৱনটোলৈ বাৰু মমতা নাই কাৰ? সেয়ে নিজৰ জীৱনলৈ যেতিয়া চূড়ান্ত ব্যৰ্থতা, অশান্তি নামি আহিব– যেতিয়া সমাজৰ প্ৰতি কোনো মায়া-মোহ নোহোৱা হব তেতিয়া জীৱনটোকে বহুতে তুচ্ছ জ্ঞান কৰি মৃত্যুকে শেষ সিদ্ধান্ত বুলি সাবতি ধৰে। এই সময়ত আনৰ কোনো কথা মানিব নোখোজে আন কোনোৱে যদি উপহাস কৰা বুলি ভাবে তালৈকো তেতিয়া কোনোৱে গুৰুত্ব নিদিয়ে-- সেয়ে হয়তো ত্ৰৈলোক্য নাথ গোস্বামীদেৱে তেখেতৰ ‘অঘৰী ৰতনী” নামৰ ( মাধ্যমিক অসমীয়া কথা চয়নত থকা ) গল্পটোত লিখিছে যে নিজৰ জীৱনৰ মায়াৰ তুলনাত আনৰ উপহাস, অৱহেলা নিকৃষ্ট ”। গতিকেই মানুহে নিজৰ জীৱনটোক অতিশয় ভাল পায় যদিও কেতিয়াবা যদি -- বিশেষকৈ যৌৱনত কোনো প্ৰেমিকাই তেওঁলোকৰ ভালপোৱাৰ বিপৰীতে আগবাঢ়ে নাইবা জীৱনৰ বাটত বিধি পথালি দিয়ে তেন্তে এনেহেন ব্যৰ্থতাত নিজৰ জীৱনকো তুচ্ছ কৰিবলৈ বাধ্য হয়। প্ৰেমিকাৰ দুখত দুখী হোৱা, প্ৰেমিকাৰ বিয়োগত নিজেও নিজৰ জীৱন ত্যাগ কৰা কাহিনী আমাৰ সমাজত বহুতো আছে—কিন্তু সেইবোৰৰ পাত আজি আৰু তোমাৰ আগত মেলিব খোজা নাই। অৱশ্যে বৰ্ত্তমানত এনেবোৰ প্ৰেমৰ সংখ্যা কমিছে। কাৰণ আজি কালি ভালপোৱাৰ বাটত সচাই-মিছাই বহুত প্ৰেমিক বা প্ৰেমিকা থাকে—তাৰোপৰি আজি-কালিৰ সংবাদদাতা সকলে নিজ স্বাৰ্থ সিদ্ধিৰ বাবে এবাৰ সপক্ষে এবাৰ বিপক্ষে লিখাৰ দৰে বহুতো কিতাপত বহুতো লিখকে এনেবোৰ প্ৰেমিক প্ৰেমিকাক শিকাই

দিছে যে প্ৰেম এক-পক্ষীয় নহয়—প্ৰয়োজন হলে এজন গুছি গলে আন এজনক সাবতি লব পাৰি--তাত কোনো আপত্তি নাই, দোষ নহয়। সেয়ে হয়তো আজি কালি প্ৰেমেও নতুন নতুন পথ অনু-সৰণ কৰিছে। প্ৰকৃত প্ৰেমৰ দ্বাৰা মিলন হোৱাৰ উদাহৰণ বহু পৰিমাণে কমি আহিছে। গতিকেই আজিৰ প্ৰেমৰ বান্ধনী শিথীল নহয়। কোনোৱে কব নোৱাৰে কোনে কাক কোন দিনা প্ৰতা-ৰণাৰ বৃহৎ সাগৰত প্লাবিত কৰি গুচি যায়। আগৰদৰে এতিয়াও পৃথিবীত মানুহৰ জন্ম হৈছে- জীৱনত যৌৱনৰ সঞ্চাৰ হৈছে কিন্তু জন্ম হোৱা নাই মানুহৰ একোখন পবিত্ৰ অন্তৰ, প্ৰকৃত মনৰ আৰু হোৱা নাই প্ৰকৃত প্ৰেমৰ। এইখিনিতে এটা কথা মনত পৰিছে—শ্ৰীলম্বোদৰ বৰাদেৱে তেখেতৰ 'আনন্দৰাম বৰুৱা' নামৰ প্ৰবন্ধটিত লিখিছে "আগৰ উদ্যম, একতা জাতীয় গৌৰৱ নাই। হিমালয় আছে তপস্যা নাই, গঙ্গা-সৰস্বতী আছে বেদধ্বনি নাই। ব্ৰাহ্মণ আছে নবগুণ নাই" এই কথাষাৰ যদিও সাহিত্যৰ ক্ষেত্ৰতহে তেখেতে লিখিছিল তথাপি মই ভাবো প্ৰেমৰ ক্ষেত্ৰতো এই উক্তিবোৰ প্ৰযোজ্য নোহোৱাকৈ নাথাকে।

বহুতো ক্ষেত্ৰত অৱশ্যে বহুতো যুৱতী নাৰীয়ে পুৰুষৰ অকল শৰীৰা সান্নিধ্যৰ বাবে নিজৰ জীৱনলৈ এবুকু কলঙ্ক নমাই অনাটোও নাৰীৰ জীৱনৰ চৰম বিপৰ্যায়। সমাজত এনেবোৰ বহু উদাহৰণ থকা সত্বেও কিছুমান নাৰীয়ে নিজৰ আত্মসংযম, ধৈৰ্য্য হেৰুৱাই সময়ত নিজৰ জীৱন বিপন্ন কৰে। সকলোৱে জানে যে "পুৰুষৰ আত্ম সংযম নাৰীতকৈ বহু গুণে কম।" যুৱতী নাৰীৰ ৰক্তাভ দেহত অতৰ্কিতে জপিয়াই পৰিবলৈ পুৰুষৰ এক মূহুৰ্ত্তৰো প্ৰয়োজন নহয়। কিন্তু নাৰীয়ে তেতিয়াও বহু সময়লৈকে ধৈৰ্য্যৰে বৈ থাকিব পৰাটো স্বাভাৱিক। তেনেস্থলত যিবোৰ নাৰীয়ে পুৰুষক কোনো কৌশলগত পদ্ধতিৰে আঁতৰাই দিব নোৱাৰে সেইবোৰ নাৰীৰ জীৱনলৈকে সময়ত কেতিয়াবা কলঙ্ক নামি আহিব পৰাটোও প্ৰকৃততে স্বাভাৱিক।

— নাৰীৰ এই কৌশলগত প্ৰথাৰ ভিতৰত আজিৰ সমাজৰ সামাজিক প্ৰক্ৰিয়ালৈ লক্ষ্য কৰি মই কব বিচাৰো যে মৰমেই একমাত্ৰ পন্থা। মৰমেৰেই সকলোকে নিজৰ কৰি লব পাৰি মৰমেৰেই সকলোকে অসৎ কামৰ পৰা আতৰাই ৰাখিব পাৰি। হিংসাৰেও পাৰি কিন্তু তাৰ পৰিণতি এদিন বেলেগ হব— নাইবা সেইজনৰ দ্বাৰা সমাজত নানা অপপ্ৰচাৰ শুনিব লগা হব ইত্যাদি। সেয়ে নাৰীয়ে চৰম অৱস্থাৰ সন্মুখীন হলেও নিজৰ জীৱনলৈ কলঙ্ক আহিব পৰা কোনো পন্থা অৱলম্বন কৰাতকৈ – বহু ক্ষেত্ৰত এনেধৰণৰ ক্ষতি হব নোৱাৰাকৈ ওপৰুৱা সুখতে সন্তুষ্ট থাকিবৰ চেষ্টা কৰাটোৱেই মই বেচ ভাল বুলি ভাবো। মুঠতে পুৰুষৰ এনে এটা উত্তেজনাপূৰ্ণ সময়ত নাৰীয়ে নিজকে সংযত কৰি নিজৰ জীৱনক নিশ্চিত বিপদৰ পৰা ৰক্ষা কৰিব পৰাটো এক প্ৰসংশনীয় কামৰ বাহিৰে আন একো হব নোৱাৰে। মোৰ এই মনোভাবটো - "নতুন প্ৰতীতি" নামৰ উপন্যাস খনতো শ্ৰীপদ্ম বৰকটকীদেৱৰ লিখনীত প্ৰকাশ হোৱা দেখিছিলো তেখেতে লিখিছিল-- যেতিয়া অনুপমে ৰেখাক লম্পতাচৰণ কৰিবলৈ ধৰিছিল তেতিয়া ৰেখাই ভাবিছিল আৰু মনতে কৈছিল "পুৰুষৰ এনেকুৱা অভিব্যক্তিৰ সন্মুখত পৰিলে নিজকে সৰ্বতোভাবে ৰক্ষা কৰিবলৈ চেষ্টা কৰাই নাৰীৰ অনন্য কৰ্তব্য।" অৱশ্যে নিজক সযত্নে ৰাখিবলৈ গৈ কামাতুৰ প্ৰিয়তমক চিৰ প্ৰত্যাখ্যান কৰা নাইবা তেওঁৰ ওপৰত অভদ্ৰ আচৰণ কৰাটোও প্ৰেমিকাৰ পক্ষে শুভ নহয়। মৰমেৰে সকলোকে বশ কৰিব পাৰি। প্ৰয়োজন মাত্ৰ-নিজৰ কৌশলগত পদ্ধতিৰ। অন্তৰত আঘাট নোপোৱাকৈও বহু চলহীয়া কথাৰে ছোৱালীবিলাকে পুৰুষক নিজৰ সান্নিধ্যৰ পৰা আতৰাই ৰাখিব পাৰে আৰু তাকে নকৰি তৎক্ষণাৎ কৰা অভদ্ৰ ব্যৱহাৰ এটাই সাধাৰণতে সেই পুৰুষৰ অন্তৰত প্ৰতিহিংসাৰ ভাব জগাই-তোলাৰ বাহিৰে আন একো নহয়। পুৰুষেও ছোৱালীজনীৰ ভবিষ্যত চিন্তা কৰি নিজৰ সম্ভোগক বাধা দিব পৰাটোৱেই প্ৰকৃত কৰ্তব্য। আনহাতে

এজন পুৰুষক প্ৰত্যাখান কৰাটো এগৰাকী ছোৱালীৰ বাবে অতি টান কাম নহয় কিন্তু তেনেদৰে আন এজন পুৰুষৰ লগতেই সেই গৰাকী নাৰীয়ে জীৱনৰ সৰ্ব্বস্ব শেষ কৰিব লাগিব। তেওঁ লাগিলে যিমানেই উচ্চ শিক্ষিতা নাইবা অপৰূপা নহওঁক এই নীতিৰ অবিচলিত হব নোৱাৰে। গতিকেই হয়তো "মেঘদূতৰ আগমন" নামৰ কিতাপখনত প্ৰিয়মে এটা কাটমৰা চলেৰে লিখিছে" টৰ্চ লাইট যিমানেই দামী নহওঁক বেটাৰি হলেহে জ্বলে।" —সেয়েহে নাৰীয়ে দাম্ভিকতা দেখুৱাবলৈ গৈ পুৰুষক অৱজ্ঞা কৰা নাইবা সেই পুৰুষৰ প্ৰতিহিংসাৰ ভাব জগাই তোলা একেবাৰে যুক্তিকৰ নহয়। এনে বহুতো উদাহৰণ আমাৰ সমাজত আছে। এদিনৰ এটা ঘটনা মোৰ মনত পৰিছে-- তোমাক কও চিঠিৰেই শুনা কিন্তু ইয়াৰ মাধ্যমেৰে তুমি যাতে মোক অভিযুক্ত নকৰা। মানে এদিন এটা চিনেমা হলত মই আৰু মোৰ এজন বন্ধুয়ে একেলগে চিনেমা চাই আছো! হঠাৎ আমাৰ আগৰ চিটত বহি থকা এজনী ছোৱালীয়ে মোৰ বন্ধুটোক কুকুৰৰ দৰে খেং খেওাই আছিল— মই তলকিবই নোৱাৰিলো ঘটনাটো কি হ'ল। পাচতেহে তাইৰ কথাৰ পৰা বুজিব পাৰিলো মোৰ বন্ধুটোৱে হয়তো ভৰিটো ইচ্ছাকৃত ভাবেৰেই হওঁক নাইবা কিবা কাৰণেই হওঁক দীঘলকৈ মেলি দি আগৰ চিটত বহি থকা ছোৱালীজনীৰ ভৰিত স্পৰ্শ কৰিলে অৱশ্যে মই ঘটনাটো চম্ভালিবলৈ সক্ষম হলো। মোৰ কিন্তু ভীষণ খং উঠিছিল ছোৱালীজনীৰ এনে অভদ্ৰ আচৰণত। তথাপি নিজকে সংযত কৰি মই ছোৱালীজনীক ভালদৰে কলো। - ইমানকৈ খং কৰিছা কিয়? ভুল মানুহেই কৰে – মানুহৰেই ভুল হয়। সেই বুলি তুমি জানো এনেবোৰ অসৎ কথাৰে অসভ্যালি কৰাটো থিক হৈছে? মই খঙৰ সুৰতে কলো – এনেকুৱা খং কুকুৰেহে দেখুৱাই— সামান্য কথাতে খেং খেওাই আছে। তুমি এই কথাটো ভালেৰেই চম্ভালিব পাৰিলাহেতেন। চোৱা তুমি যদি তেওঁক ভদ্ৰ ভাবে কলাহেঁতেন যে আপোনাৰ ভৰি

খন আতৰাই নিদনে কাৰণ মোৰ ভৰিত আপোনাৰ ভৰিখন লাগি আছে। তেতিয়া হয়তো মোৰ বন্ধুটোৱেও লাজ পাই সেইকথাৰ পুনৰাবৃত্তি আৰু নকৰিলেহেঁতেন কিন্তু এতিয়া তোমাৰ এই অসৎ ব্যৱহাৰে আমাক ক্ৰোধান্বিতহে কৰিলে। আমি ইয়াৰ প্ৰতিশোধ লব নোৱাৰো বুলি নাভাবিবা কিন্তু তোমাৰ দৰে অভদ্ৰামী কৰা আমাৰ মনোভাব নাই - আমাৰ ভদ্ৰামী তোমাতকৈ বহু ওপৰত। আৰু শুনা মানুহে খঙৰ বশবৰ্ত্তীহৈ কৰিব নোৱাৰা কাম একো নাই একমুহূৰ্ত্ত নালাগে। কিন্তু তেমাক আজি আমি বিশেষ কাৰণত এৰি দিছো— কিন্তু এই ঘটনাৰ প্ৰতিহিংসাৰ ভাব সহজে নুনুমাই ই জ্বলি থাকিব বহুদিনলৈ। গতিকে নিজকে সংযত কৰি ৰাখি-বলৈ চেষ্টা কৰিবা আৰু মনত ৰাখিবা এনে ব্যৱহাৰ যাতে ভবি-ষ্যতেও আন কোনো লৰাৰ প্ৰতি নকৰা।— মোৰ কথাত তাইযে অত্যান্ত ভয় খাইছিল আমি বুজিব পাৰিছিলো।

এনেধৰণৰ বহুতো ঘটনা প্ৰায় ঘটে আৰু স্বচক্ষুৰে দেখিবলৈকো প্ৰায় পোৱা যায়— তুমিও হয়তো এনেবোৰ ঘটনাৰ কথা শুনা বা কেতিয়াবা আকস্মাতে নেদেখাকৈ থকা নাই। পুৰুষৰ এটা স্বভাৱ আছে— নাৰীৰ কোমল মাতত সিহঁতে নিজকে অতল গহ্বৰত পেলাই দিব পাৰে কিন্তু ইয়াৰ বিপৰীতে তেওঁলোক নিজেই দোষী হলেও তিৰোতাৰ টান কথাত আকৌ বিৰক্তি অনুভব কৰে — প্ৰতি হিংসাৰ ভাব তেওঁলোকৰ মনত জাগি উঠে। আনফালে আকৌ চাবলৈ গলে পুৰুষে তেনে ব্যৱহাৰ নকৰাটোও আজি কালি মাত্ৰ কাপুৰুষতাৰহে পৰিচয়। কাৰণ আজি কালি বহুতো ছোৱালীয়ে আত্ম-মৰ্য্যাদা অক্ষুন্ন নাৰাখি যি কোনো লৰাৰ প্ৰতি সামান্য কথাতে অসৎ আচৰণ দেখুৱাই আৰু এনেবোৰ কাৰণতেই বহুতো ছোৱালীৰ জীৱন বিপন্ন হোৱাও পৰিলক্ষিত হয়। ইয়াৰ মূলতে সেই স্কুল হোৱা ডেকা কেইজন— যাৰ বল আৰু সাহসৰ পৰিমাণ অপৰিসীম আৰু ইয়াৰ বাবেই "অন্য নাম মৃত্যু" নামৰ কিতাপখনত চৈধ্য

আব্দুল মালিকদেৱে লিখিছে— প্ৰতিজন ডেকা মানুহৰ তেজত বিভক্তি-উচনৰ বীজ থকাটো অসম্ভৱ নহয়, কিন্তু সেই তেজক বিপ্লৱী অগ্নি শিখালৈ ৰূপান্তৰিত কৰিবৰ কাৰণে দীক্ষা গ্ৰহণৰ প্ৰয়োজন আছে। আৰু তাক জ্বলাই ৰাখিবৰ কাৰণে বাস্তৱৰ কাৰ্যক্ষেত্ৰত জপিয়াই পৰিব পৰাৰ সাহসৰো প্ৰয়োজন আছে।" পুৰুষৰ এনে বিপ্লৱী মনোভাব অকল প্ৰেমৰ ক্ষেত্ৰতেই অৱশ্যে আবদ্ধ নাথাকে সকলো-বোৰ অসহ্য কথা, দুৰ্নীতি, কুনীতিৰ ওপৰতো নিবদ্ধ।

পুৰুষক নাৰীৰ সান্নিধ্যলৈ নিয়া, নিজৰ আত্মীয় কৰাৰ মূলতে হ'ল – ঐশ্বৰ্যশালী নাৰীৰ 'মৰম' কোমল কমনীয়া মুখৰ মধুৰ হাঁহিটি, কিৰিবিৰকৈ জ্বলি থকা উজ্জ্বল চকুযুৰীৰ কোমল মৃদু দৃষ্টি। ইয়াকে পালেই পুৰুষে আপোন পাহৰাহৈ প্ৰেমৰ তাড়নাত উতলি উঠে আৰু ইয়াৰ বিপৰীতটোৰ পৰিণামেই হ'ল জটিল, ভয়াবহ, যন্ত্ৰণাদায়ক আৰু অসহ্য – অৱশ্যে ভাল পোৱাৰ মাধ্যমেৰে পুৰুষৰ সান্নিধ্যলৈ আহিব পাৰিলেও বহুতো নজনা কথা জানিব পাৰে ছোৱালীবোৰে। সমাজৰ বহুতো শিক্ষা লাভ কৰিব পাৰে – যি শিক্ষা কিতাপৰ তৃপ্তিয়ে দিব নোৱাৰে, যি শিক্ষা লিখনীত সুসজ্জিত ভাবে প্ৰকাশ হব নোৱাৰে, এনে ধৰণৰ শিক্ষা সমাজত প্ৰচলন থকাটোও প্ৰয়োজন। মই ভাবো প্ৰেম আৰু ভাল পোৱাৰ মাজেৰে নিজকে সমাজত সু-পৰিচিত হব পৰাটোও এক প্ৰকাৰ প্ৰকৃত শিক্ষা। একেবাৰে ঘৰৰ চাৰিবেৰৰ ভিতৰত থাকি সাধুতা দেখুৱাবলৈ যোৱা যুৱতী নাৰীবো বহু অপ প্ৰচাৰ শুনাকৈ থকা নাযায়। নাৰীৰ সুন্দৰ যৌৱনটো ঘৰৰ চাৰিবেৰৰ ভিতৰত আবদ্ধ কৈ ৰাখিবৰ কাৰণেই নহয়। স্পৰ্শ কৰিবলৈ নাপালেও তেনে এটা সুন্দৰ শৰীৰৰ লাৱণ্যতাই পুৰুষৰ মনত এনেয়ে আনন্দ আনে। যদুতে সুন্দৰ গান শুনি দুখ-ভাগৰ পাহৰি যোৱাৰ দৰে সুন্দৰী যুৱতীৰ লাৱণ্যতাক তৃপ্তিৰে উপভোগ কৰি বহুতে বহু দুখ-কষ্টৰ পৰা ক্ষন্তেকৰ কাৰণে হলেও উপশম পায়।

"হে বিদেশী বন্ধু"— হেনৰি জেমচ অনুবাদক পদ্ম বৰকটকীদেৱে

কিতাপখনত লিখিছে— "এই গুপ্ত ৰহস্যোৰে সামান্য ৰেঙণি পোৱা কাৰণেই মিচেচ্ টিট্ৰমায়ে তেওঁৰ ওখ বংশ আৰু গভীৰতাৰ বিষয়ে ইমান বেছিকৈ কৈছিল নেকি? হয়তো হব পাৰে, কিন্তু মাডাম ডাঃ চিনট্ৰেৰ কি গুপ্ত কথা আছে সেই বিষয়ে কব ভাবিলে তেওঁ। আৰু গুপ্ত কথা মানেই তেওঁৰ মতে ঘৃণনীয় অসুবিধাজনক কথা-- বেয়া 'চিকিওৰিটি' ৰ দৰে বেয়া, বিশেষকৈ ইমান সুন্দৰী এগৰাকী নাৰীয়ে এনেকুৱা গুপ্ত কথাৰ বোজা কঢ়িয়াই লৈ ফুৰাটো। তেওঁৰ মতে এই গাভৰু পোহৰ আৰু মুকলি ঠাইত থাকিবৰ কাৰণেহে "কোনো বংশগত ঢাকণি বা অন্ধকাৰত থাকিবৰ কাৰণে নহয়। আৰু গাভৰুৰ স্বাভাৱিক জীৱন জোৰ কৰি জাপি দিয়া নিয়ম কানুন আৰু ৰহস্যজনক দুখৰ মাজত থাকিবৰ কাৰণে নহয়; তেওঁৰ জীৱন স্পষ্ট জীৱন এই পৃথিৱীৰ মুকলি জীৱন—নিউমেনৰ মহান পৃথিৱীৰ।" পৃথিৱীত এনেধৰণৰ বহুতো কাহিনী শুনা যায়। ঊষা অনিৰুদ্ধৰ কাহিনীৰ দৰে বহুতো পৌৰাণিক কাহিনীয়েও আজি পৰ্য্যন্ত এইবোৰ লক্ষণৰ সাক্ষ্য প্ৰমাণ কৰি আহিছে।

আনহাতে মানুহ শিক্ষা দিক্ষাত আগবাঢ়ি অহাৰ লগে লগে এনেবোৰ সোণালী সুযোগ লোৱাৰো বহু কৌশল শিকিছে। মানুহৰ আৰলৈ, আন্ধাৰৰ সুযোগলৈ- হোটেলৰ আশ্ৰয় লৈ—আজিৰ পুৰুষ নাৰীয়ে নানান কু কৰ্ম্মত আবদ্ধ নাইবা লিপ্ত হোৱাতো আমি দেখিছো, শুনিছো বা পঢ়িছো। আমাৰ ভাৰতবৰ্ষত নাৰীৰ সুৰক্ষাৰ বাবে বহুতো কটকটীয়া আইন-কানুন চৰকাৰে প্ৰচলন কৰিছে—যাৰ ফলত নাৰীৰ ওপৰত কৰা বিভিন্ন অত্যাচাৰ কমিছেও আৰু সময়ত বাঢ়িছেও। বহুতো লোক এনেবোৰ দুষ্কাৰ্য্যৰ বাবে নানান ধৰণৰ শাস্তিৰ সন্মুখিনো হৈছে তথাপি কিন্তু মনৰ মিলন নাইবা যৌৱনৰ তাড়নাত বা উত্তেজনাৰ বশবৰ্ত্তী হৈ মানুহে কেতিয়া কি কৰি পেলায় তাক কব নোৱাৰে। এনেবোৰ কাম কেতিয়াবা অনিচ্ছাকৃত ভাবেই অতৰ্কিতে হৈ যায়। সমাজৰ আগত কু-কৰ্ম্মৰ প্ৰচাৰ নহবলৈ

বহুতে সমাজৰ চকুত ধুলি মাৰি চুপে চাপে বধাৰ ব্যৱস্থা কৰে আৰু বহুতে এই কু কৰ্ম্মৰ প্ৰতিফল হিচাপে পোৱা বিভিন্ন যন্ত্ৰনাক সহ্য কৰিব নোৱাৰি অৱশেষত প্ৰকাশ নাইবা স্বীকাৰ কৰিবলৈ বাধ্য হয় আৰু তেতিয়াহে চিন্তা কৰে ভবিষ্যত দিনকেইটাত বা কেনেধৰণৰ প্ৰতিক্ৰিয়া ঘটে। ভবিষ্যত দিনবোৰত যিয়েই নঘটক লাগে বৰ্ত্তমানৰ শান্তিৰ কাৰণে, ভবিষ্যতক যে সকলোৱে উলাই কৰি আহিছে সেইটো সৰ্ব্বজনবিদিত। সেয়ে এনেবোৰ কৰ্ম্মৰ প্ৰতিফল হিচাপে নিজৰ জীৱনলৈ নামি অহা সাম্ভব্য পৰিনাম অতিশয় ভয়ঙ্কৰ হব বুলি ভাবিয়ে সকলোবোৰ কথা প্ৰকাশ কৰিবলৈ বাধ্য হয় তেতিয়া সেই মূহুৰ্ত্তত অৱশ্যে অহা দিন কেইটাত সমাজৰ পৰা কেনেধৰণৰ গ্লানিৰ সম্মুখীন হব লগা হব তাক চিন্ত নকৰে – অৱশ্যে ইয়াৰ কাৰণো ব্যক্তিভেদে আৰু আন্তৰিক চিন্তাভেদে ভিন্ন হোৱাটো স্বাভাৱিক আৰু তেওঁলোকৰ দ্বাৰা সংঘটিত কু কৰ্ম্মৰ মানদণ্ডও সেই মতে ভিন্ন হব পাৰে। মুঠতে মানুহে যেতিয়া ধৈৰ্য্য হেৰুৱাই পেলাই তেতিয়া মনৰ হিতাহিত জ্ঞানো হেৰাই যায় আৰু থিক তেনে এটা মুহুৰ্ত্তত কোনো ব্যক্তিয়ে ভবিষ্যতৰ কথা বা ভবিষ্যতৰ পৰিনাম কি হব পাৰে তাক চিন্তা কৰিব নোৱাৰে। সমাজত বৰ্ত্তমান সংঘটিত হৈ থকা এই অপকৰ্ম্মবোৰ কিন্তু সাধাৰণতে শিক্ষিত সমাজখনতহে বেছিকৈ হব ধৰিছে। অল্প বা অৰ্দ্ধ-শিক্ষিত সমাজতো হয় তথাপি ইয়াৰ পৰিমান সাধাৰণতে কম বুলি কব পাৰি আৰু সমাজৰ একেবাৰে অশিক্ষিত মানুহৰ মাজতো এনেবোৰ ঘটনা নঘটা নহয় কিন্তু ইয়াৰ সংখ্যা অতিশয় কম। কাৰণ এই চাম মানুহে সমাজলৈ, আইন কানুনলৈ ভয় কৰে আৰু বহুতে ভয় কৰে বিশেষকৈ আত্ম সন্মানলৈ। কাৰণ শিক্ষা-দিক্ষা নোহোৱা বহু গাৱলীয়া মানুহেও এনেবোৰ আত্ম-সন্মানৰ কথা চিন্তা কৰে, ভয় কৰে। ফলত আত্ম সংযম বোলা বস্তুটো তেওঁলোকে ভালকৈ ৰক্ষা কৰিব পাৰে। কিন্তু শিক্ষিত আৰু অৰ্দ্ধ-শিক্ষিত সমাজত বুদ্ধি বেছি আইন-কানুন, সাৰি যোৱাৰ উপায়

আৰু প্ৰয়োজন সাপেক্ষে উচ্চ-মহলৰ হস্তক্ষেপ আদিৰ কথা আগতেই চিন্তা কৰি নানান কাৰ্য্য কৰি আছে তাৰে ভিতৰত দুই এবিজন ধৰা পৰিছে কিন্তু আটাইতকৈ সৰহ ভাগেই খিকিজালি মাৰি থাই ঘূৰি ফুৰিছে। অতীতৰ সমাজতকৈ আজি-কালিৰ সমাজ বহুত ওলোটা হ'ল। ডাঙৰ ডাঙৰ নগৰ-চহৰবোৰত বৰ্ত্তমান পুৰুষ সকলতকৈ তিৰোতা সকলেই এনেবোৰ কু-কৰ্ম্ম অতিপাত ভাবে কৰিব ধৰিছে -- বিনিময় মাত্ৰ টকা আৰু বিভিন্ন স্বাৰ্থ। এইবোৰ কামৰ বাবে পুৰুষ সকল নিমিত্ত মাত্ৰ। কিন্তু কেৰ্কেটুৱাই তামোল খাই নেউলক বাঢ়ি কিলোৱাৰ দৰে পুৰুষৰহে চাজা বেছি হয়। সুন্দৰ, সুঠাম স্বাস্থ্যৰ পুৰুষ দেখিলে অকল অবিবাহিতা ছোৱালীয়েই নহয় —বহুতো বিবাহিতা তিৰোতাইও নানা কথাৰ চুপতি মাৰি ভাল পায় অথচ সেই পুৰুষ জনৰ আত্মসংযম তেতিয়াও অটুট থাকে। নিজৰ আত্মসন্মানলৈ, সমাজলৈ নাইবা আইন-কানুনলৈ ভয় কৰিয়ে সেই সকল পুৰুষে নাৰীৰ এনেবোৰ সান্নিধ্য-পালেও আগবাঢ়িব নিবিচাৰে। কিন্তু আন হাতে বহু পুৰুষে আকৌ দুখত পৰা নাৰীক উদ্ধাৰ কৰাৰ চলেৰে নিজৰ স্বাৰ্থ আদায় কৰাত উঠি পৰি লাগে। সেই সকলে কিন্তু বিবেচনা কৰিব নোৱাৰে যে এই অসহায় নাৰী গৰাকীক কিভাবে নিস্বাৰ্থভাবে সহায় কৰিব লাগে। এইবোৰ কামৰ বাবে মানুহক শিক্ষাৰ প্ৰয়োজন নাই --প্ৰয়োজন মাত্ৰ বিবেচনাৰ।— হেমবৰুৱাদেৱৰ 'পত্ৰকাব্য' "ডাক পখিলী" পঢ়িছা? তাত তেখেতে লিখিছে "এই-জন দেৱতুল্য মানুহ নহয় কি? মানুহৰ শিক্ষা কেলৈ লাগিছে। যি জনৰ আনৰ দুখত দুখী হব পৰা অন্তৰ এখন আছে সেইজন ব্যক্তি বহুতো তথাকথিত শিক্ষিত জনতকৈ অধিক শিক্ষিত, তথা কথিত জ্ঞানী জনতকৈ অধিক জ্ঞানী"। এনেধৰণৰ ব্যক্তি সমাজত আজি একেবাৰে নাইকিয়া হোৱা বুলিও কব নোৱাৰি; আছে। কিন্তু বহুতো নাৰীৰ নানাধৰণৰ কৌশলগত আহ্বানে বহুক্ষেত্ৰত এনেবোৰ পুৰুষকো আকৌ বিভ্ৰান্ত কৰে। এনেবোৰ ক্ষেত্ৰত বহুতো

নাৰীয়েই সাধাৰণতে দায়ী। পুৰুষৰ সান্নিধ্যৰ বাবে বহু নাৰীয়ে বাট চাই থাকে— প্ৰেমৰ তাড়নাত—বিভিন্ন স্বাৰ্থ আদায়ৰ বাবে এনেবোৰ নাৰীয়ে ইচ্ছাকৃত ভাবেই পুৰুষৰ গাত ঢলি পৰে। নিজৰ তৃপ্তি পূৰণ নকৰিলেও আকৌ পুৰুষকে জগৰীয়া কৰে, তৰ্ক কৰে— শাৰিৰীক শান্তিৰ পৰা বঞ্চিত হলে নিজেই বাউলীহৈ পৰে - সেয়ে হয়তো পদ্ম বৰাই লেখকৰ 'মনিকা' উপন্যাসখনত লিখিছে" Uncivilised human being ! এজনী গাভৰু ছোৱালীৰ আগ্ৰহক এনেদৰে প্ৰত্যাখ্যান কৰে নেকি ?" অৱশ্যে সুবিধা আৰু সময় থকাত বঢ়া-ভাত এৰি থৈ অহাটোও দোষণীয় বুলি আমাৰ সমাজত কথা এটা আছে, এটা প্ৰচলিত যোজনা আছে। কাৰণ ৰান্ধি বাঢ়ি ৰান্ধনীয়ে খাবলৈ মাতি যদি অতিথিক তৃপ্ত কৰাব নোৱাৰে তেন্তে তেওঁ নিজেই অশান্তিত ভোগে— চিন্তা কৰে— তেওঁৰ কাৰণে-- ইমানেই যত্ন কৰাৰ প্ৰয়োজনেই বা আছিল কি ? গতিকেই দুয়ো-পক্ষৰ সমন্বয় গঢ়ি উঠাত দুয়োৰে আগভাগ লোৱাই ভাল— নহয় জানো ? কাৰণ এজনৰ আগ্ৰহক আনজনে প্ৰত্যাখান কৰা প্ৰক্ৰিয়াটো স্বাভাৱিকতেই অশুভ লক্ষণ। সুবিধা বুজি এক নিৰিবিলি পৰিস্থিতিৰ মাজত যিহেতু অকলশৰীয়া ভাবে এজনক আনজনে অপেক্ষা কৰিছে তাক ধূলিসাৎ নকৰাটোৱেই হয়তো ভাল হব ; কিন্তু তাৰ পৰিণাম যাতে ভয়াবহ হৈ নুঠে তালৈকো সদায় লক্ষ্য কৰিব লাগিব। মুঠতে এনে এটা নিৰিবিলি পৰিবেশ পালো বুলিয়ে অতীত ভৱিষ্যৎ সকলো পাহৰি যোৱাটো আৰু আনন্দৰ চৰম তৃপ্তিত নিজৰ নিজৰ জীৱনবোৰতে যাতে কলঙ্কৰ কালিমা সানিব লগা নহয়, তালৈ সদায়ে লক্ষ্য কৰিব লাগে।

অকলশৰীয়া, নিঃসঙ্গ অৱস্থাত মানুহৰ মনত অনেক ভাল বেয়া ভাবৰ উদ্ভৱ হয়। যৌৱন প্ৰাপ্ত যুৱক-যুৱতীৰ অৱশ্যে সেই সংখ্যকৰ এনেবোৰ পৰিস্থিতিত একমাত্ৰ চিন্তা তেওঁলোকৰ প্ৰেমিক-প্ৰেমিকাৰ। প্ৰত্যেকে প্ৰত্যেকৰ প্ৰিয়জনৰ কথাবোৰ, মৰম-স্নেহবোৰ আৰু প্ৰধানকৈ

প্ৰতিজনবিধৰ মনৰ মাজত অংকিত কৰি নানান কথাৰ কল্পনা কৰিবলৈ ভাল পায়— এই নিঃসঙ্গ পৰিবেশবোৰত। এনেবোৰ স্বভাৱ অকল ছোৱালীৰ ক্ষেত্ৰতেই নহয়— ল'ৰাৰ ক্ষেত্ৰতো অতি তীব্ৰ হয়। কেতিয়াবা এনে হয়— যেন এই কথাবোৰ চিন্তা কৰি থাকোতে যাতে আন কোনোৱে অশান্তিৰ সৃষ্টি কৰিব নোৱাৰে তাৰ বাবেও বহুতে বহু ক্ষেত্ৰত নিঃসঙ্গতা অৱলম্বন কৰে নাইবা ভাল পায়। কাৰণ গভীৰ ভাবে এটা কথা ভাবি থাকোতে হঠাৎ কোনোবাই আহি আন কথাৰ পাতনি মেলিলে – আগৰ কথাবোৰ; ভাববোৰৰ সুৰীয়া মাধুৰ্য্যখিনি হেৰাই যায় বহুক্ষেত্ৰত ভাবৰ উপলক্ষকে পাহৰি যায়। সেয়েহে বহুক্ষেত্ৰত অকলশৰীয়া নিঃসঙ্গতাও কেতিয়াবা বৰ ভাল লাগে। এইদৰে কল্পনা কৰা ক্ষেত্ৰতেই নহয় বহু ক্ষেত্ৰত অৱশ্যে নিঃসঙ্গতা কেতিয়াবা ভাল লাগে যেনে লৰা এজনে যদি মোৰদৰে বাস্তাত ছোৱালী এজনী লগ পাব যায় তেন্তে তেওঁৰ লগত আৰু আন এজন যোৱাতো তেওঁ বাঞ্ছা নকৰে। ঠিক একেদৰে ছোৱালীৰ ক্ষেত্ৰতো— তেওঁৰ প্ৰিয়তমক লগ পাবৰ সময়ত তেওঁৰ লগত আন ছোৱালী থাকিলে বিশেষ ভাল নাপায় নিজৰ পৰিয়ালৰ বাহিৰেও লগৰ বান্ধৱীকো লগত থকা ভাল নাপায়। সেয়েহে হয়তো ঔপন্যাসিক নিৰোদ চৌধুৰীয়ে তেওঁৰ 'কালহীৰা' কিতাপখনত লিখিছে— "এনে এটা বয়স আছে, সময় আছে যেতিয়া মাকৰ সঙ্গে কৰবালৈ যাবলৈও ভাল নালাগে"। অৱশ্যে এই কথাষাৰৰ তাৎপৰ্য্য আজিৰ দিনবোৰৰ, সমাজখনৰ কাৰ্য্যকলাপবোৰৰ দ্বাৰা বিশ্লেষণ কৰি চালে দেখা যায়— যে ইয়াৰ কাৰণ প্ৰকৃতাৰ্থত দুটা! এটা কাৰণ হ'ল— ছোৱালীজনীয়ে যেতিয়া নিজৰ প্ৰিয়তমক অকলশৰীয়াকৈ লগ পোৱাৰ প্ৰয়াস কৰে তেনে ক্ষেত্ৰত নিজৰ মাক থাকিলেও নানান অসুবিধাৰ সন্মুখীন হব লগা হয় আৰু আন এটা কাৰণ হ'ল— বৰ্ত্তমান বাস্তাই পদূলীয়ে গাভৰু ছোৱালী দেখিলে চেঙেলীয়া লৰা চামৰ অত্যাচাৰ, ব্যভিচাৰী মাত আৰু নানান কথা। যেতিয়া মাক-বাপেকৰ সন্মুখতে

সেই হোৱালীজনীক জোকায় তেতিয়া সেই হোৱালীজনীয়ে জানো লাজ পোৱাটো স্বাভাৱিক নহয় ? আনহাতে অৱশ্যে আজি কালি সেই অনুপাতে অনেক মাক জীয়েকক বহু কিছু হোৱা দেখা যায়। কোনো কোনো মাক জীয়েকে আকৌ এনেবোৰ ঘটনাক প্ৰশ্ৰয় দিয়ে – দুয়ো সমানে হাঁহে। ফলত লৰাজাকে আৰু বেচিকৈ খিকিন্দালি কৰিবলৈ সুবিধা পায়। যাৰ ফলত আজিৰ সমাজত এক অস্থিৰ পৰিবেশৰ সৃষ্টি হৈছে। এই সমাজখনৰ কথা আৰু তোমাক চিঠিৰে কিমান কম। মূঠতে সময়ৰ পৰিবৰ্ত্তনৰ লগে লগে আমাৰ সমাজৰো পৰিবৰ্ত্তন ঘাটিছে। ঘৰৰ পৰা ওলালেই ৰাস্তাই— পদুলিয়ে; বাছে-ট্ৰামে তুমি কিমান মানুহৰ কিমান কথা শুনিবা, কিমান ভঙ্গিমা দেখিবা, কিমান লাস-বিলাস, কিমান আত্ম-গৌৰৱ, কিমান ফিতাহি দেখিবা, আৰু দেখিবা কিমানৰ কিমানলৈ চোৱা চকুৰ চাৱনিৰ দৃশ্যমানে কেতিয়াবা অতৰ্কিতে হাঁহি ওলাই যায়— নিজে নিজেই হাঁহিবলৈ বাধ্য হওঁ— ফলত ইচ্ছাকৃত ভাবে কাৰোবাক নামাতিলেও মাতিবলৈ বাধ্য হওঁ। ইমানেই কৌশলগত পদ্ধতি আজিৰ সমাজৰ। এইবোৰৰ অভিজ্ঞতা তোমাৰো সম্ভৱ সামান্য পৰিমানৰ নোহোৱাকৈ থকা নাই সেয়ে আজি মই আৰু বহু কথাৰ অৱতাৰনা নকৰো।

শেষত তোমাৰ বাবে পুনৰ একাজলী মৰমাশীৰ্ব্বাদ পুনৰ যাচি আজিলৈ ইয়াতে সামাৰণি মাৰিলো। আশাকৰো মোৰ এই দীঘলীয়া চিঠিখনৰ উত্তৰ তোমাৰ পৰা অতি সোনকালেই পাম। ইতি

তোমাৰ

প্ৰদীপ দা

# মৰমী অঞ্জলী

গ্ৰীষ্ম আৰু বৰ্ষা কালৰ উৎকট গৰমবোৰৰ পাৰহৈ যোৱাৰ লগে লগে প্ৰকৃতিৰ বুকুলৈ নামি আহিল এক সিক্ত কোমল সতেজতা। প্ৰকৃতিৰ বুকুত প্ৰতিষ্ঠিত হৈছে শান্তি আৰু প্ৰাণীজগতত মুখৰিত হৈছে আনন্দৰ উল্লাস। চৌদিশে বিয়পি পৰিছে। নানান আনন্দ উৎসৱৰ প্ৰয়োজন। পুৱা আৰু গধূলিৰ প্ৰাকৃতিক দৃশ্যবোৰ মনোৰম হৈ উঠিছে। বনৰীয়া চৰাইবোৰে আনন্দত আত্মহাৰা হৈ নানান সুৰীয়া সুৰৰ গীত গাবলৈ ধৰিছে। সন্ধ্যাৰ শেৱালীৰ সিক্ত সুবাসে ঠাইবোৰ তীব্ৰ মিঠা কৰি তুলিছে। ৰাতিৰ শান্তিয়ে প্ৰাণীজগতৰ মাজত শান্তিৰ নিশ্বাস পেলাইছে। আকাশৰ পৰা কলা ডাৱৰবোৰ ক্ৰমে আতৰি যাব ধৰিছে। সেউজীয়া পৃথিৱীৰ বুকুলৈ ঐতিহ্যে নামি আহিছে চিৰ শান্তিৰ অধিষ্ঠাত্ৰী দেৱী শাৰদী। শৰৎৰ আগমনক প্ৰকৃতিয়ে আনন্দৰে আহ্বান জনাইছে। আৰু এই শৰৎৰ আগমনতে মযো আজি আনন্দত আত্মহাৰা হৈ পৰিছো। মোৰ ক্ষুদ্ৰ হৃদয়ৰ মাজতো এই শাৰদী দেৱী গৰাকীয়ে হাঁহি আৰু আনন্দৰ হিল্লোল তুলিছে। চিন্তাক্লিষ্ট মনটোৰ কলা ডাৱৰবোৰ যেন মোৰ মন আকাশৰ পৰা ক্ৰমান্বয়ে আতৰি যাব ধৰিছে। আৰু আৱৰি ধৰিছে নতুন দিনৰ নতুন স্বপ্নবোৰে। আনন্দত মোৰ মন প্ৰাণ নাচি উঠিছে। মনৰ অনুভূতি আৰু আশাৰ কল্পনাবোৰে পুৱালী দিছে। মোৰ বাবে সেয়ে এই গৰাকী প্ৰকৃতি দেৱী আজি আৰু অতি মৰমৰ হৈ উঠিছে— যাৰ কল্পনাৰ কেঁহু কেঁহু কুঁৱলী সদৃশ উৎসৱবোৰে আজি সাগৰৰ পৰা মহাসাগৰৰ দৰে বিয়পি পৰিছে; যাৰ কল্পনাৰ সুৰীয়া সুৰবোৰ আজি বিশ্বজীৱনৰ মধুৰতাৰ লগত মিলি গৈছে আৰু যাৰ কল্পনাৰ সুবাসবোৰ সুগন্ধী ফুলৰ সৌৰভৰ দৰে মোৰ প্ৰাণ শক্তিৰ উৎস হৈ পৰিছে— তেন্তে কোনজোন তেওঁ বাৰু মোৰ জীৱনৰ কিমান আপোন? কিমান মৰমৰ আৰু আনন্দৰ? তেন্তে তেওঁ বাৰু কোন? তেওঁ মোৰ জীৱনৰ জাগ্ৰত প্ৰতিমা মোৰ মৰমৰ মৰমী অঞ্জলীজনী।

অঞ্জলী— আজি মোৰ মনত হাঁহি আৰু আনন্দৰ ভাব জাগি উঠিছে। কাৰণ ? কাৰণ মোৰ চিঠিৰ দৰে নহলেও তোমাৰ চিঠিৰ সামান্যতম পৰিসৰ দেখি। তাৰ বাবে তোমালৈ অশেষ ধন্যবাদ আৰু লগতে হাজাৰ-বিজাৰ মৰমাশীৰ্ব্বাদ তোমালৈ এই চিঠিৰ মাধ্যমেৰে পঠালো— লবা।

মোৰ চিঠিবোৰৰ হাজাৰ উক্তিৰ পম খেদি তুমিও হয়তো মোক আৰু দুই এটা প্ৰশ্ন কৰিবলৈ সাহস পাইছা নহয় - আৰু তাৰ বাবে নিশ্চয় তুমিয়ো কোনো কিতাপৰ সান্নিধ্যত আহিব লগা হৈছে নহয় জানো ?

যাহঁওক তোমাৰ চিঠিখনত এটা কথা পাই মই অতি আনন্দিত হৈছো ! কথাটো তুমি নিশ্চয় বুজিছা – মই তোমালৈ অপেক্ষা কৰাৰ দৰে সময় সুবিধা অনুযায়ী যে তুমিও মোৰ বাবে অপেক্ষা কৰি থাকা তাতেই মই আনন্দিত হৈছো। কিন্তু মোৰ প্ৰথম চিঠিখনক যেতিয়া বিশ্বাসত লব পৰা নাছিলা— তেতিয়া বাৰু মোৰ অন্তৰত কিহৰ প্ৰতিক্ৰিয়া হৈছিল তুমি জানানে ? আৰু এতিয়া মই যদি তোমাৰ প্ৰথম ধাৰণাৰ দৰে কৈ দিও তুমি মোক অপেক্ষা কৰা -- কথাটোত মোৰো অৱশ্যে সন্দেহ উপজিছে— তেতিয়া জানো তুমি ভাল পাবা ? নিশ্চয় নোপোৱা। কিন্তু মই নকওঁ— মই বুজি পাইছো— আজি তিনিটা ঋতু পাৰহৈ গ'ল— তোমাৰ আৰু মোৰ মনৰ অনুভূতিবোৰ দুয়োৰে দুয়োকো জনাইছো, দুয়োৰে দুয়োকে লৈ ভৱিষ্যতৰ সপোন ৰচিছো, মিলনৰ দুৰ্ব্বাৰ কামনা কৰিছো তেনে ক্ষেত্ৰত তোমাৰ মনতো যে মোৰ প্ৰতি আন্তৰিকতা এটা অহা নাই তাক মই দুই কৰিব নোৱাৰো। মোৰ মনলৈ এতিয়া আত্ম বিশ্বাস আহি পৰিছে— মনটোত শৰতৰ ৰকাল যতৰে বৰকৈ আনন্দৰ ঢৌ তুলিছে – দিনৰ দিনটো তোমাৰ কথাবোৰকে ভাবি থাকো আৰু ৰাতি— বিচনাত পৰি টোপনীৰ কোলাত লোমাই নপৰালৈকে তোমাৰ চিন্তাই মোৰ মনটোত বাঁহকৈ বাহ পাইছে।

শৰতৰ শেৱালীৰ সুগন্ধ কোমল মধুময় গোন্ধৰ দৰে অমৰ কথাবোৰেও মোৰ অন্তৰত একে প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰে। মোৰ মনতো তোমাৰ কথাবোৰেই যেন শৰতৰ শেৱালীৰ সুগন্ধ গোন্ধ, যাক মই কোনো বাধা নোহোৱাকৈ গ্ৰহণ কৰিব পাৰো — যাৰ সৌৰভে মোৰ সুখ ভবিষ্যতলৈ আশাতীত উজ্জলতা কঢ়িয়াই আনিব পাৰে আৰু যাৰ কল্পনাত মোৰ বৰ্ত্তমান আৰু ভবিষ্যত দুয়োটা অন্তহীন সাগৰ সদৃশ আনন্দই মনৰ মাজত অহৰহ জোৱাৰ তুলিব পাৰে।

মোৰ এনে কথাবোৰৰ পৰাই তুমিয়ো অনুমান কৰিব পাৰিবা অঞ্জলী — মোৰ তোমাৰ প্ৰতি ভাল পোৱা কিমান আৰু কেনে ধৰণেৰে মই তোমাক প্ৰতিদিনৰ প্ৰতিটো ক্ষণ অপেক্ষা কৰি থাকো। আৰু মোৰ বাবে যে তুমি অপেক্ষা কৰা তাৰ সুন্দৰ উক্তিটো মোৰ অতি ভাল লাগিল — ভাল লাগিল তুমিও মোৰ দৰে নানান কিতাপৰ বিশেষ উক্তিবোৰ বাচি উলিয়াব পৰাটো। তোমাৰ ভাষা আৰু লিখনীত সাহিত্যৰ উচ্চ স্তৰৰ শব্দবিলাক সন্নিবিষ্ট কৰাটো অতি উন্নত মানৰ হৈছে আৰু বাক্যবোৰ অতিশয় উচ্চ পৰ্য্যায়ৰ আৰু বটিয়া হৈছে।

তুমি প্ৰফুল্ল কুমাৰ বৰাদেৱৰ 'বহু আশা আৰু বহু বেদনা" নামৰ কিতাপখনৰ পৰা দিয়া উক্তিটো অতিশয় ধুনীয়া হৈছে আৰু তোমাৰ প্ৰথম উক্তিটোৰ প্ৰথম কিতাপখনৰ নামটো আৰু লিখকৰ নামৰ বাশি মোৰ নামৰ ৰাশিৰ লগত মিলি যোৱা দেখি মই অতিশয় আনন্দিত হৈছো।

তুমি লিখিছা—" আপোনাৰ প্ৰথমখন চিঠিত বসন্ত কালৰ বৰ্ণনাৰ মাজেৰে আপোনাৰ জীৱনলৈ মোক আহ্বান কৰাৰ দৰেই সেই বসন্তৰ পৰশতে ফুলি উঠা পলাশৰ ৰঙা ফুলবোৰৰ দৰেই মোৰ মন আৰু অন্তৰত ৰঙীন ফুলৰ দৰেই বাস্তৱৰ কিছুমান ৰঙীন কল্পনা জাগি উঠিল। ওপৰোক্ত ৰবাৰেৰে তেওঁখতৰ লিখনীত প্ৰকাশ কৰিছিল এনেদৰে "প্ৰতি মুহূৰ্ত্ততে মোৰ মনটো উৰা মাৰিছিল স্নেহলতাৰ

কাৰণে । সেইদিনা আছিল ফগ্নোৎসৱ । ঘৰৰ সন্মুখ পাওঁতেই স্নেহলতাই অতি উৎফুল্লিত চিত্তে মোক আগবঢ়াই নিছিল ।" সেই দিনা তাইৰ কিযে কথা ! সৰু সৰু মৰম লগা কোমল কোমল কথাবোৰে মোৰ মন কিমা কৰি তুলিছিল । তাই মোৰ কাৰণে অলপ ফাকুগুৰি সাঁচি থৈছিল । তাই আপোজনৰ গাত ফাকু সানি বৰ তৃপ্তি পায় । সেইবাবে মোৰ কাৰণে ফাকু অকনমান হিয়াৰ কোনত মৰম সনাদি সাঁচি থৈছিল । কিযে মধুৰ স্নেহলতাৰ অন্তৰখন । সি আচলতে ফাকু নাছিল ; বস্তাহত ফাগুণ ফাগুণ লগা পলাস ৰঙা, মন ৰঙা মদাৰৰে বোলোৱা মৰম । তাত মিহলি হৈ আছে তেজ ৰঙা, হিয়া ৰঙা মৰম । ৰাজ পথৰ দীঘলীয়া পৰিসীমালৈ চাই চাই তাই আছিল মোৰ প্ৰতীক্ষাত ।" —"তেখেতে লিখাৰ দৰে মই কিন্তু আপোনালৈ বসন্ত কালৰ ফগ্নোৎসৱত ফাকু সাঁচিব নোৱাৰিলো আৰু সানিবৰ বাবেও সুবিধা নাপালো কিন্তু মোৰো মনৰ আৰু অন্তৰৰ পূৰ্ণ অংশত তেতিয়াৰ পৰাই সাঁচি থৈছো - ফাকুতকৈও অতি ৰঙীল এবিধ ৰঙা পাউদাৰ - যি পাউদাৰ মই মাত্ৰ এদিন ; জীৱনৰ প্ৰথম দিনা আপোনাৰ হাতেৰে সানি লম মোৰ কপালত আৰু চুলিৰ সেউতাত চিৰ জীৱনলৈ, আৰু এই খিনি পাউদাৰৰ পৰশেৰেই মযো ৰঙীল কৰি তুলিম আপোনাৰ ৰঙীল মনটো আৰু মোৰবাবে অপেক্ষাকৃত আপোনাৰ সৰ্ব্বশৰীৰটো । -সেয়া কিন্তু ফাগুণৰ ফাকু নহয় - বাস্তৱিকতে সামাজিক প্ৰক্ৰিয়াত মিলনৰ মূৰ্ত্ত প্ৰতীক— হিন্দু নাৰীৰ চিৰ লগৰী ৰঙীল সে-ন্দু-ৰ । মযো আজি আপোনাৰ প্ৰতীক্ষাত ৰৈ আছো । নাজানো কেতিয়া সেই শুভক্ষণ আমাৰ জীৱনলৈ নামি আহে ।"

তোমাৰ মনৰ কামনাক মই স্বাগত জনাইছো । তোমাৰ লিখনীক, মই প্ৰসংশা কৰিছো— আজি মই নিজেই ধন্য মানিছো। এটা কথাও, কি জানানে ? "মোৰ দৰে তুমিও এনেকোৱা উক্তি সন্নিবিষ্ট কৰি চিঠি লিখিব পৰাটো"। এইখিনিতে অৱশ্যে মোৰো এটা কথা মনত পৰিছে— যিটো প্ৰকৃততে সত্য । "মানে প্ৰেমত পৰিলে

প্ৰত্যেকেই যি কোনো কাম কৰিবলৈ আগবাঢ়ি যাব পাৰে। প্ৰেমে অকল প্ৰেমিক আৰু প্ৰেমিকাক ভাল পাবলৈকে নিশিকায় আৰু বহুতো কথাৰ লগত নিজকে জড়িত কৰে। —সেয়ে "সপোনৰ শেষ নিশা" নামৰ উপন্যাসখনত ফুলেন বৰ্মনে লিখিছে— "প্ৰেমত পৰিলে, প্ৰয়োজন অনুসৰি মানুহে যি কোনো অসাধ্য সাধনৰ চেষ্টা কৰিব পাৰে। দুঃসাহস দেখুৱাব পাৰে। গল্প, কবিতাও লিখিব পাৰে। স্বৰ্গীয় যতীন দুৱৰা বা স্বৰ্গীয় গনেশ গগৈয়েও প্ৰেমত পৰিহে কবিতা লিখিছিল। গান গাব পাৰে। ধুমুহা, বৰষুণ আদিক উপেক্ষা কৰি প্ৰেমিকাক লগ ধৰিবলৈ যাব পাৰে। দুৰ্গম পথ হলেও ভয় নকৰে। মুঠতে যি কোনো উপায়েই প্ৰেমিকাক লগ পাব বিচাৰে। "সম্ভৱ তোমাৰ ক্ষেত্ৰতো সেয়ে হৈছে বুলিয়ে মোৰ ধাৰণা। নহলে হয়তো এনেদৰে কোনো উপান্যাস, প্ৰবন্ধ বা গল্পৰ বিশিষ্ট উক্তিৰ উদ্ধিতি তুমি তোমাৰ চিঠিত দিবলৈ চেষ্টা নকৰিলাহেতেন— নহয় জানো? সেয়ে তুমি মোৰ দীঘলীয়া চিঠি পালেও যাতে খং নকৰা। মই তোমাক মোৰ আগৰ চিঠিতেই কৈছো যে মোৰ বাবে কোনো প্ৰশ্নহীন চিঠিৰ উত্তৰ নাই। চিঠিৰ জৰিয়তে মোৰ এনে উক্তিবোৰ তুমি নোপোৱাহেতেন তুমিও হয়তো তোমাৰ চিঠিত উল্লেখ কৰা উপযুক্ত স্থানত উপযুক্ত উক্তিবোৰ লগাব নোৱাৰিলা হেতেন, নহয় জানো? আৰু তাৰ বাবে তুমি সেই কেইখন কিতাপৰ লগতো জড়িত হৈ পৰিব লগা নহ'ল হয় আৰু এতিয়া চোৱা একে সময়তে কিতাপখনো পঢ়া হল আৰু তোমাৰ চিঠিৰ উত্তৰৰ লগত খাপ খোৱাব পৰা বিশেষ উক্তিটোও বাচি উলিয়াব পৰা হ'লা নহয় জানো? কিন্তু তুমি মোক ভাল পোৱাৰ বাবেই মোৰ চৰিত্ৰৰ লগত এতিয়া মিলি যাব লগীয়া হৈছে নহয় জানো? কাৰণ প্ৰত্যেক প্ৰেমিক প্ৰেমিকাৰে ভিন্ন ৰুচি স্পৃহা আছে বহুত লৰাই হয়তো খেলা ধুলা ভাল পাই সেয়ে তেওঁ তেওঁৰ প্ৰেমিকাকো খেলৰ বিষয়ে কয় ফলত সেই গৰাকী ছোৱালীয়েও অনিচ্ছাকৃত ভাবে হলেও প্ৰেমিকৰ

মনৰ লগত খাপ খোৱাব পৰাকৈ খেলৰ বিষয়ে জানিবলৈ চেষ্টা কৰে থিক তেনেদৰে আন আন চিকিৎসা কাৰিকৰী বিভাগত অধ্যয়ন কৰা বা কৰ্ত্তব্য কৰি থকা প্ৰেমিকসকলৰ প্ৰেমিকাসকলেও সেই ফালৰ দিশটোৰ কথা সামান্য ভাবে হলেও জানিব পাৰে নাইবা জানি-বলৈ ইচ্ছা প্ৰকাশ কৰিব লগা হয়। সেয়েহে কোনো এজনী ছোৱালীয়ে যদি কোনো এজন লৰাৰ প্ৰেমত পৰে তেন্তে তেওঁ অকল প্ৰেমত পৰাই নহয় তাৰ জড়িয়তে বহুতো শিক্ষা আহৰনো কৰিব পাৰে যদিহে তেওঁৰ শিক্ষাগত অৰ্হতাই তেওঁৰ প্ৰেমিকৰ কথাবোৰ অনুসৰণ কৰিব পাৰে। আৰু একেবাৰে অশিক্ষিত ছোৱালী এজনীওতো কাৰো-বাৰ প্ৰেমত পৰিব পাৰে ? তেওঁ যিহেতু লিখা-পঢ়া নাজানে তেন্তে তেওঁ কি শিকিব ? তেওঁৰো শিকিব লগা বহুতো আছে। তেওঁৰ শিক্ষা নাই যদিও সেই বয়সলৈকে তেওঁ জীৱনত আহৰণ কৰা অভিজ্ঞতা কিন্তু— কিছু পৰিমানে নোহোৱাকৈ থকা নাই। কাৰণ ছোৱালীৰ যৌৱনৰ সচেতনতা, সজাগতা অতি কম বয়সৰ পৰাই— জীৱনলৈ আহে যাৰ ফলত ক্ৰমে ডাঙৰ হোৱাৰ লগে লগে তেওঁ লোকে সকলোবোৰ কথা বুজি পোৱা হয় যি সময়ত নেকি বহু লৰাই এই সময়ত একোকে নাজানে। ইয়াৰ কাৰণ Vladimir Nabokov এ তেখেতৰ 'Lolita' নামৰ ইংৰাজী উপন্যাসখনত লিখিছে" The bud-Stage of breast development appe-ars early (10·7 years) in the sequence of somatic changes accompanying pubescence. And the next maturational item available is the first appearance of pigmented public hair (11·2 years)" গতিকেই ছোৱা-লীয়ে ১১।১২ বছৰ বয়সৰ পৰাই পুৰুষৰ সকলোবোৰ ভঙ্গিমা বুজি পোৱা হয়। সেয়েহে তেওঁৰ শিক্ষাগত অৰ্হতা নাথাকিলেও প্ৰেমত পৰিলে সামাজিক পৰিবেশৰ পৰাও বহুতো জ্ঞান আহৰণ কৰি প্ৰতিব্যৱস্থা লবলৈ আৰু প্ৰত্যুত্তৰ দিবলৈ সক্ষম হয়। মুঠতে

জীৱনলৈ যৌৱন আহিলে শিক্ষিত বা অশিক্ষিতৰ কোনো পাৰ্থক্য নাই— প্ৰেমৰ আলিঙ্গন সকলোৰে বাবে বোধগম্য হয় কাৰণ ই মানৱ জীৱনলৈ এক স্বৰ্গীয় অৱদান। আৰু এই প্ৰেম বা ভাল পোৱা আমাৰ সমাজৰ প্ৰাচীনতম নিয়মানুসাৰে প্ৰচলিত বৰ্ণ, গোষ্ঠী কেন্দ্ৰীক নহয়। এই ভাল পোৱা বিশেষকৈ ছোৱালীৰ ক্ষেত্ৰতে নহয় লবাৰ ক্ষেত্ৰতো মাত্ৰ ব্যক্তি কেন্দ্ৰীক হোৱাটো স্বাভাৱিক। কাৰণ এজন অসমীয়া সমাজৰ কলিতা গোষ্ঠীৰ লবাই যে বিদেশৰ এগৰাকী আন জাতিৰ ছোৱালীৰ লগত ভাল পাব নোৱাৰে নাইবা এই ভাল পোৱাৰ পৰা বিবাহ পাশতো আবদ্ধ হব নোৱাৰিব তাক আমি দুই কৰিব নোৱাৰো। এনে কাৰ্য্যক বাধা দিয়াটো আমাৰ মাত্ৰ এক সামাজিক ব্যাধি। কাৰণ ছোৱালীৰ ক্ষেত্ৰত কোনো জাতি কুল নাই। ছোৱালী মাত্ৰই সুদ্ৰ জাতি— তেওঁ কলিতাৰ লগত বিয়া হলে কলিতানী, বৰুৱাৰ লগত বিয়া হলে বৰুৱানী, শৰ্মাৰ লগত শৰ্মানী আৰু বিদেশী জাতীৰ লগত বিয়া হলে সেই জাতিৰে স্ত্ৰী হয়। কিন্তু আমাৰ সমাজত এইবোৰ ব্যৱধান এতিয়াও আছে আৰু বেচ কিছু বছৰলৈ হয়তো থাকিব। কিন্তু এইখিনিতে মই এটা কথা কবলৈ বিচাৰিছো -- শ্ৰীকৃষ্ণ কান্তি বায়নে তেখেতৰ আত্মা-বোধ আৰু আত্মা দৰ্শন নামৰ কিতাপখনত লিখিছিল— "মুছলমানৰ কন্যাই কালাপাহাৰৰ ব্ৰাহ্মণক বেদ দেখাই পতি বৰণ কৰিলে। বেদত প্ৰমাণ আছে যে স্ত্ৰী মাত্ৰই সুদ্ৰ জাতি। এই সুদ্ৰ যুৱতীয়ে ব্ৰাহ্মণক পতিবৰণ কৰিলে ব্ৰাহ্মণী হয়। ক্ষত্ৰিয়ক বৰিলে ক্ষত্ৰিয়নী হয়। বৈশ্যক বৰিলে বৈশ্যানী, শূদ্ৰক বৰিলে শূদ্ৰানী হয়। তেতিয়া কালাপাহাৰে বিবাহ কৰালে। মুছলমান সকলে কয়— আমাৰ বেদ ধ্বংস কৰিলে। ব্ৰাহ্মণসকলে কয় আমাৰ বেদ ধ্বংস কৰিলে। কালাপাহাৰে কয় বেদ চোৱা। বেদৰ মৰ্ম্মে মই বিবাহ কৰাইছো। বেদত প্ৰমান লোৱা।" সেয়েহে অতিজৰ পৰা আমাৰ সমাজত প্ৰচলিত বহুতো কুসংস্কাৰ আমি বৰ্ত্তমান পৰিহাৰ কৰিব

লাগে— কিন্তু সেই বুলি আমাৰ নিজস্বক আমি হেৰুৱাই দিব নালাগে। কাৰণ ছোৱালী যি জাতিৰেই নহওক তেওঁ, তেওঁৰ স্বামীক তেওঁৰ পিতৃ কুলৰ লৈ নিব নোৱাৰে বিশেষকৈ আমাৰ হিন্দু সমাজত। ছোৱালীহে আহিব লাগিব নাইবা গ্ৰহণ কৰিব লাগিব তেওঁৰ স্বামীৰ জাতি কুল বা ধৰ্ম্ম। অৱশ্যে ইচ্ছাকৃত ভাৱে যদি কোনোবাই ইয়াৰ ব্যতিক্ৰম কৰে তেন্তে সেইটো সম্পূৰ্ণ স্বকীয়া আৰু তেওঁৰ একেবাৰে ব্যক্তিগত। —এই ধৰ্ম্মতত্বৰ কথা মই অৱশ্যে তোমাক এই চিঠিৰ জড়িয়তে ব্যাখ্যা কৰিব বিচৰা নাই। কাৰণ ধৰ্ম্মৰ তত্ব অতিশয় গধুৰ। তাক মই সামান্য ভাৱেও ব্যাখ্যা কৰিবলৈ অক্ষম। মই যে এই ধৰ্ম্মৰ তত্ব ব্যাখ্যা কৰিব নোৱাৰো বুলি কৈছো তাত তুমি চাগৈ কিবা ভাবিছা নহয়? ভবাৰ স্থল আছে কিন্তু ইয়াৰ গাঢ়তাৰ সম্পৰ্কত তুমি ভাবিব নোৱাৰা। কাৰণ ধৰ্ম্মতত্ব মই অকলে ব্যাখ্যা কৰিব নোৱাৰা নহয়— বৰ্ত্তমান সমাজৰ প্ৰায় সকলোৱে নোৱাৰে বুলি মই কব পাৰো; কাৰণ আজি কালি আমাৰ সমাজত এচাম ধুতি-গেঞ্জি আৰু গাত গামোচালৈ শাস্ত্ৰৰ মখলা মেলা মানুহ দেখিবলৈ পোৱা যায়। তেওঁলোকে শাস্ত্ৰ জানে বুলি কীৰ্ত্তন-দশম বা ভাগৱত আদিৰ দুই চাৰি ফাকি সংজ্ঞা মুখস্থ মাতি নানান তৰহৰ লেকচাৰ দি ধৰ্ম্মৰ সম্পৰ্কত গাৱৰ ৰাইজক বুজনি দিয়ে। ৰাইজেও তেওঁৰ মুখত একেলগে চাৰি পাচখন পুথিৰ নানান উক্তি শুনি ভাবি লয় মানুহজন সচ কৈয়ে এজন পাৰ্গত শাস্ত্ৰজ্ঞ— তেওঁৰ প্ৰেস্টিটো ধৰ্ম্মৰ সম্পৰ্কে বহুতো জ্ঞান আছে। কিন্তু এই ক্ষেত্ৰত মই একেবাৰে স্বকীয়া। মই এনেবোৰ কথা মানিব নিৰ্বিচাৰো। মই শাস্ত্ৰক অৱজ্ঞা কৰা নাই, ধৰ্ম্মক মানিব নিৰ্বিচৰা নহয়— মই সকলোবোৰৰ প্ৰতি ভক্তি কৰো, মানো—। মোৰ ধৰ্ম্মৰ মঠ-মন্দিৰবোৰত মই যেনে ধৰণেৰে আন্তৰিক শ্ৰদ্ধা জনাও, সুবিধা অনুযায়ী আঠুলৈয়ো প্ৰণাম কৰো ঠিক তেনেকৈয়ে আন ধৰ্ম্মৰ মঠ-মচজিদৰ প্ৰতিও মোৰ আন্তৰিক শ্ৰদ্ধা আছে আৰু

কৰো। কাৰণ মই ভাবো -- এই মচজিদ বা গীৰ্জাটো মোৰ ধৰ্ম্মৰ মন্দিৰ নহলেও মোৰ দৰেই হাজাৰজন জনতাই ইয়াক প্ৰণাম জনাইছে— সেয়ে অতৰ্কিতে মোৰো তেনে ধৰ্ম্মস্থান সমূহ দেখিলে ভক্তি উপজে— সুবিধা অনুযায়ী প্ৰণাম কৰো নাইবা আন্তৰিকতাৰে জ্ঞাপন কৰো। তেনেবোৰ ধৰ্ম্মস্থানৰ দ্বাৰাও আমি আমাৰ ভগৱানক প্ৰাৰ্থনা কৰিব পাৰো। ধৰি লোৱা এটা গীৰ্জা ঘৰত এজন খৃষ্টান লৰাই পড্ক প্ৰেয়াৰ কৰিছে - মইয়ো সেই পবিত্ৰ গীৰ্জাটোলৈ গৈ ভগৱানক প্ৰাৰ্থনা কৰিলো - তেওঁ ধৰি লোৱা ইংৰাজীতেই মাতিলে আৰু মই ধৰি লোৱা অসমীয়া, বঙালী বা হিন্দী ভাষাতেই ভগৱানক মাতিলো — সেই বুলি ভগবানে দোষ মোক ধৰিব নেকি ? ভগৱানক পাবলৈ বা স্তুতি কৰিবলৈ নিৰ্দ্দিষ্ট এটা ভাষাৰ প্ৰয়োজন নাই— পৃথিবীৰ যি কোনো ভাষাৰেই ভগৱানক মাতিব পাৰি— মাত্ৰ প্ৰয়োজন এখন পবিত্ৰ অন্তৰৰ আৰু এখন পবিত্ৰ ঠাইৰ। এই ঠাইখনো পবিত্ৰ হোৱাৰ আৰু এটা কাৰণ আছে কাৰণ তুমি যদি অপৰিস্কাৰ দুৰ্গন্ধ-ময় ঠাই এখনতে ভগৱানক স্মৰণ কৰিব বিচৰা তথাপি হয়তো ভগৱানে তোমাক সদয় কৰিব কিন্তু এই অপৰিস্কাৰ ঠাইখনৰ কিবা কাৰণত বা দুৰ্গন্ধত তোমাৰ ভগৱানৰ প্ৰতি থকা মনৰ একাগ্ৰতা নষ্ট হব ফলত নিজৰ মনতে অশান্তিৰ ভাব জাগি উঠিব সেয়ে— এখন পবিত্ৰ ঠাইৰ প্ৰয়োজনো নিত্যান্ত। এতিয়া ভগৱানক মাতিবলৈ যেনেকৈ কোনো নিৰ্দ্দিষ্ট ভাষাৰ প্ৰয়োজন নাই ঠিক তেনেকৈ ভগৱানক স্মৰণ কৰিবাৰলৈও কোনো নিৰ্দ্দিষ্ট স্থান বা মন্দিৰৰো প্ৰয়োজন নাই। যি কোনো ধৰ্ম্মৰ পবিত্ৰস্থানত নিজৰ ভগৱানক নিজা ভাষাৰে স্মৰণ কৰিলেও ভগৱান সন্তুষ্ট হয়। —এই কথাবাৰৰ লগত বিজনী কৰিবলৈ মই এখন কিতাপ পঢ়োঁতে এটা কথা পোৱা মনত আছে— শ্ৰীলম্বীন কলিতাই তেখেতৰ "সভ্যতাৰ জীৱে আৰে" নামৰ কিতাপখনত লিখিছিল — দেৱতাৰ মন্দিৰত জিন-পৰ নাই। ঈশ্বৰৰ শ্ৰীচৰণৰ ধূলা লওঁতে কোনো বাধা নাই।

সাজ-পাৰ যোৰ নিকা কৰি ৰাখিলে— পিন্ধিলে, মন যে পবিত্ৰ হয় তাৰ কোনো হেতু নাই। বাহ্যিকতাক পবিত্ৰ বুলি কব নোৱাৰি। মনৰ পবিত্ৰতাইহে আচল পবিত্ৰতা, ভগৱান লাভৰ মহৌষধ।"

সেয়ে যিজন ব্যক্তিয়ে মাত্ৰ দুই চাৰিখন শাস্ত্ৰৰ দুই চাৰি ফাকি সংজ্ঞা মুখস্থ কৰি নিজৰ শাস্ত্ৰ; ধৰ্ম্মৰ প্ৰতি ৰাইজক জ্ঞান দিব বিচাৰে মই তেওঁক শাস্ত্ৰজ্ঞ বা ধৰ্ম্মতাত্বিক বুলি কব নোৱাৰো। ইয়াৰ কাৰণ হল – পৃথিবীত বিভিন্ন ভাষাৰ বিভিন্ন ধৰ্ম্ম পুথি, শাস্ত্ৰ আছে-- সেই সকলোৱোৰ শাস্ত্ৰৰে মূলতত্ব এটা—শাস্ত্ৰত উল্লেখিত কাহিনীবোৰহে মাত্ৰ ভিন্ন। বৈদিক যুগতে মানুহৰ কৰ্ম্মৰ ওপৰত ভিত্তি কৰি মানুহৰ চাৰিটা জাতিৰ সৃষ্টি কৰিছিল সেয়া হল— ব্ৰাহ্মণ, শূদ্ৰ, বৈশ্য আৰু ক্ষত্ৰিয়। যি সকলে পূজা পাতল কৰিছিল, মানব সমাজক শাস্ত্ৰ আৰু ধৰ্ম্মৰ জ্ঞান দিছিল, শৰণ আৰু দীক্ষা দিছিল তেওঁলোকক ব্ৰাহ্মণ (গোসাই); সি সকলে কৃষি কাৰ্য্যত লিপ্ত হৈ জীৱন নিৰ্ব্বাহ কৰিছিল আৰু ৰাজ্যৰ আন আন প্ৰজাসকলৰ বাবে আহাৰ বা খাদ্য প্ৰস্তুত কৰিছিল তেওঁলোকক শূদ্ৰ ; যিসকলে ব্যৱসায় বাণিজ্য— কৰি পৰিয়ালৰ ভৰণ পোষণৰ বাট মুকলি কৰাৰ লগতে আন আন ৰাজ্যৰ লগত বাণিজ্যিক সম্পৰ্ক গঢ়ি তুলিছিল তেওঁলোকক বৈশ্য আৰু যি সকলে সমৰ ক্ষেত্ৰত যুদ্ধ কৰি নিজৰ জীৱনো ৰাজ্যৰ কাৰণে উসৰ্গা কৰিবলৈ কুণ্ঠাবোধ নকৰিছিল তেওঁ লোকক ক্ষত্ৰিয়ৰ শ্ৰেণীত অন্তৰ্ভূক্ত কৰিছিল। কিন্তু কালক্ৰমত এই চাৰিটা সম্প্ৰদায়েই জাতিত পৰিণত হল অথচ সেইজন ব্যক্তিয়ে যদি সেই কাম নকৰেও তথাপি সাম্প্ৰদায়ীক পৰম্পৰা মতে তেওঁ সেই জাতিৰে ব্যক্তিহে পৰিল। থিক তেনেকৈ যিসকল ব্যক্তিয়ে নানান শাস্ত্ৰ অধ্যয়ন কৰি বহু জ্ঞানৰ অধিকাৰী হৈছিল, যাৰ প্ৰতিভাৰ জৰিয়তে আধ্যাত্মিক শক্তি প্ৰকাশ পাইছিল সেই সকলক মহন্তৰ আখ্যা দিছিল। এই মহন্তসকল অতিশয় শিক্ষিত, জ্ঞানী আৰু আধ্যাত্মিক শক্তি সম্পন্ন আছিল ফলত তেওঁবিলাকে ৰাইজক শাস্ত্ৰ জ্ঞান শিকাইছিল, শৰণ

দিছিল, দীক্ষা দিছিল। কিন্তু কালক্ৰমত আজিৰ মহন্তসকলে এই লোৰ জ্ঞানৰ বাহিৰত থকাৰ স্বত্ত্বেও অতিজৰ পৰম্পৰা অনুসৰি মহন্ত হৈয়ে আছে। কিন্তু তেওঁলোক বৰ্ত্তমান সমাজত প্ৰকৃততে মহন্ত নহয় য.ৰ এনেবোৰ জ্ঞান প্ৰকৃততে কিঞ্চিতো নাই। একেদৰেই আজিৰ শাস্ত্ৰজ্ঞ সকলৰ সকলো শাস্ত্ৰ জ্ঞান নাই তথাপিও তেওঁলোকে মানুহক শাস্ত্ৰৰ জ্ঞান দিয়ে। শাস্ত্ৰত আমি দেখিবলৈ পাও প্ৰত্যেক-খন পুথিতে নানান ধৰণৰ কাহিনীৰ সঙ্গতি বিচাৰি ফুৰিলে কোনো এখন শাস্ত্ৰতে মূল সূত্ৰটো পোৱা নাযায়। ধৰি লোৱা এখন পুথিত যদি পূজা-পাৰ্বন সমাজৰ মাজত প্ৰচলিত হৈ থাকিবৰ বাবে উপদেশ দিছে আন এখনত আন দেৱ-দেৱীক পূজা অৰ্চনা কৰিবলৈকে বন্ধ কৰিছে। এখন পুৰাণত যদি ধৰি লোৱা শ্ৰীসত্যনাৰায়ণ পূজা ভাগ শুক্ল পক্ষৰ নিৰ্দ্দিষ্ট পূৰ্ণিমা তিথিতহে পাতিব দিছে আন এখনত আকৌ দ্বাদশী তিথিতহে পাতিব দিছে, সেয়ে — এনেধৰণৰ কথবোৰৰ আট উলিওৱা সহজ-সাধ্য নহয় আৰু কোনটো কথা প্ৰকৃততে সত্য তাৰো বিচাৰ কৰা আমাৰ পক্ষে সহজ নহয়। সেয়ে আমাৰ সমাজত বৰ্ত্তমান যি কেইজন ব্যক্তিয়ে ধৰি লোৱা একেটা বৈষ্ণৱ ধৰ্ম্মকে অকল কীৰ্ত্তন; দশম, ভাগৱত আদি পুথি কেইখনৰ লিখনীৰ জৰিয়তে কেইবাটাও ভাগত ভাগ ভাগ কৰি কোনোবা বাইজক শঙ্কৰীয়া, কাৰোবাক ভাগৱতীয়া, কোনোবাক এক শৰণীয়া, কাৰোবাক হৰি-ধ্বনীয়া আৰু কাৰোবাক বৈষ্ণৱী আদিত ভাগ ভাগ কৰিছে সেই কেইজন পণ্ডিতে বিশেষ একো নাজানে মাত্ৰ সমাজত এক বিশৃঙ্খলা সৃষ্টি কৰাৰ বাহিৰে - আন একো নহয়। মই তেওঁলোকক নামানো। ইয়াৰ কাৰণ কি জানা? এজন বিশেষ উল্লেখনীয় পণ্ডিতৰ কথাকে মই তোমাক কব বিচাৰিছো যাৰ নাম মই অৱশ্যে প্ৰকাশ কৰিব বিচৰা নাই— তেওঁ নামা ধৰ্ম্মমূলক সভাত ভাষণ দিয়ে বাইজক শাস্ত্ৰ জ্ঞান দিয়ে তেওঁক মই এদিন কেইটামান প্ৰশ্ন কৰিলো— দাদা আপোনাৰ শাস্ত্ৰ জ্ঞান যথেষ্ট আছে বুলি মই ধৰি

লৈছো কিন্তু আপুনী এই সম্পৰ্কত সকলো শাস্ত্ৰ, পুৰাণ, বেদ আদি পঢ়িছেনে ? অ ! মই পঢ়িছো – মই আটাইবোৰ শাস্ত্ৰকে অধ্যয়ন কৰিছো। পণ্ডিত গৰাকীয়ে তুপৰাই উত্তৰ দিলে। বাৰু আপুনী এই সভা সমিতি বিলাকত যে ইমান সুন্দৰকৈ ভাষণ দিব পাৰে, লগে লগে বিভিন্ন পুথিৰ তাৎপৰ্য্যপূৰ্ণ উক্তিবোৰ মুখস্থ মাতি দিব পাৰে আপুনী নিশ্চয় বহুদিন তাৰকাৰণে কষ্ট কৰিব লগীয়া হৈছে নহয় জ নো ? – অ ! মই প্ৰায় দহ-বাৰ বছৰ ধৰি শাস্ত্ৰৰ ওপৰতে নানান বিষয় অধ্যয়ন কৰিছো — পণ্ডিত দাদাই কলে। মই কথা কেইটা কওঁতে প্ৰথমে তেওঁক বৰকৈ উঠাই দিছিলো পাচত কলো বাৰু আপুনী যে ইমানবোৰ পুথিৰ উক্তিবোৰ দিলে, সেই-বোৰ নিশ্চয় বিভিন্ন পুথিৰ বা শাস্ত্ৰৰ নহয় জানো ? হয়। আপুনী বাৰু সেইবোৰ সাধাৰণতে কি কি শাস্ত্ৰৰ পৰা উদ্ধিত কৰিলে অকণমান কবনে ? –অ ! বহু কেইখন পুথি - তাৰ ভিতৰত বিশেষকৈ কীৰ্ত্তন, দশম, মহাভাৰত, ভাগৱত, নামঘোষা, গীতা, ৰামায়ণ, ব্ৰহ্মাবৈবৰ্ত্য পূৰাণ, মস্য পূৰাণ, আদি জামাল, নামঘোষা, গুণমালা ইত্যাদি বহুতো পুথিৰ পৰা পণ্ডিতজনে কলে। বাৰু আপুনীতো জানে যে আমাৰ হিন্দু সমাজৰ ধৰ্ম্ম পুথি হল— চাৰিখন বেদ, চৈধ্যখন শাস্ত্ৰ আৰু ওঠৰখন পুৰাণ – নহয় জানো ? হয়। পণ্ডিতে কলে। মই কিন্তু একেলগে ওঠৰখন পুৰাণৰ নাম কেইটাকে আজি-লৈকে নাজানো আৰু কেইবাজনো পণ্ডিতক শুধিয়ো একেবাৰে ওঠৰখন পুৰাণৰ নামকেইটা উলিয়াব পৰা নাই আপুনী দয়াকৰি মোক নাম কেইটা কব নেকি ? মই কলো পণ্ডিতজনক।

ওঠৰখন পুৰাণৰ নাম অৱশ্যে মোৰো মনত নাই। মই আটাই-কেইখন পুৰাণ পঢ়া নাই। পুৰাণ মাত্ৰ দুখনহে পাঠ কৰিছো তথাপি ছয় সাতখনমান পুৰাণৰ নাম কব পাৰিম।

কিন্তু বিভিন্ন পুৰাণতো বিভিন্ন উপদেশ দিছে। যদি দুই চাৰিখন পুথি পঢ়িয়ে তাৰ মাধ্যমেৰে আমি আনক শিক্ষা দিবলৈ যাওঁ তেন্তে

জানো আমি আন কোনো অভিজ্ঞ ব্যক্তিৰ পৰা নানান প্ৰশ্নৰ সন্মুখীন হব নালাগিব ?

লাগিব; লাগিব ।

তেন্তে শুনক ! মযো বিশেষ কোনো পুঁথি পাজি ধৰ্ম্ম শাস্ত্ৰ আদি পঢ়া নাই ফলত মোৰ জ্ঞানৰে মই আজিলৈকে কাকো ধৰ্ম্ম শিক্ষা দিয়া নাই কিন্তু কথা প্ৰসঙ্গত এই পুথি পাঁজিৰ, উদাহৰণ প্ৰায় দিও। উদাহৰণ দিলে ক্ষতি নহয়, কিন্তু নিজে সকলোবোৰ জ্ঞানৰ অধিকাৰী নোহোৱাকৈ আনক ধৰ্ম্মৰ দৰে এটা মহান শিক্ষা দিবলৈ যোৱাটো বা সেই ধৰ্ম লবলৈ ৰাইজক আহ্বান কৰাটো মোৰ নিজৰেই ভুল নহব জানো ? মই জানো এটা ডাঙৰ পাপ কৰা নহব ? —পণ্ডিতে মূৰ দুপিয়ালে কিন্তু মুখেৰে একো নকলে ! সেয়ে মই শাস্ত্ৰ জ্ঞানৰ পণ্ডিত সকলক প্ৰথমেই তেওঁৰ মুখখন বন্ধ কৰিবলৈ এটা প্ৰশ্নই কৰো— যে আপুনি শাস্ত্ৰজ্ঞ বুলি মই সভক্তিৰে মানি লম, আপুনি শাস্ত্ৰৰ সকলোবোৰ পুথি পাজিয়ে পঢ়িছে বুলি ধৰি লৈছো আৰু তাৰ মূলতত্ব বোৰো তন্নতন্নকৈ আপোনাৰ হৃদয়ঙ্গম হৈছে বুলি ধৰিছো— কিন্তু মই এটা কথা জানো যে আগৰ দিনত সকলো শাস্ত্ৰৰ জ্ঞান থকা ব্যক্তি গৰাকীকহে শিষ্যক শাস্ত্ৰজ্ঞান বা শৰণ দীক্ষা দিবলৈ অনুমতি দিছিল ফলত তেওঁক মহন্ত বা গোসাই বুলি কৈছিল সেয়ে আপুনি মাত্ৰ মোক এটা প্ৰশ্নৰ উত্তৰকে দিয়ক-চোন, সেইটো অৱশ্যে প্ৰশ্ন নহয় মাত্ৰ আমি নজনা কথাটোহে শুধিব বিচাৰিছো যে চাৰিখন বেদ, চৈধ্যখন শাস্ত্ৰ আৰু -ওঠৰখন পুৰাণৰ নাম কেইটাকে মোক কওকচোন মই তেতিয়াই বুজি পাম আপুনি গোটেইবোৰ শাস্ত্ৰ পঢ়িছে আৰু আপুনি সচাঁকৈয়ে এজন অভিজ্ঞ শাস্ত্ৰজ্ঞ। এতিয়া আপোনাক অৱশ্যে মই মাত্ৰ ওঠৰখন পুৰাণৰ নামহে শুধিছিলো আপুনি আঢ়াই কেইখনৰ নাম কব নোৱাৰিলে তথাপি আপুনি বেয়া নাপাব আপোনাক মই হেয় জ্ঞান কৰা নাই, আপুনি এই পুৰাণসমূহৰ নাম কেইটাকে জানি থোৱা উচিত— সেয়ে আপুনি

লিখি লওক মই কৈ যাওঁ – কেতিয়াবা আপোনাৰে কামত আহিব। তেওঁ অৱশ্যে মোৰ কথাত বিদ্রুপ নকৰিলে জানিলে— কানেও নজনাকৈ মই এওঁৰ পৰা পুৰাণ সমূহৰ নাম কেইটাকে লিখি লোৱাই ভাল এই বুলি পকেটৰ পৰা কলমটো উলিয়াই হাতত থকা বেগটোৰ পৰা কাগজ এখনলৈ লিখিবলৈ প্রস্তুত হল মই কৈ গলো লিখক: – (১) বিষ্ণু পুৰাণ (২) মাৰ্কণ্ডেয় পুৰাণ (৩) ভাগৱত পুৰাণ (৪) ব্ৰহ্ম পুৰাণ (৫) পদ্ম পুৰাণ (৬) লিঙ্গ পুৰাণ (৭) বৰাহ পুৰাণ (৮) নাৰদ পুৰাণ (৯) গৰুড় পুৰাণ (১০) ব্ৰহ্মাণ্ড পুৰাণ (১১) বায়ু পুৰাণ (১২) ব্ৰহ্মাবৈবৰ্ত পুৰাণ (১৩) ভৱিষ্য পুৰাণ (১৪) বামন পুৰাণ (১৫) স্কন্দ পুৰাণ (১৬) অগ্নি পুৰাণ (১৭) মৎস্য পুৰাণ আৰু (১৮) কূৰ্ম্ম পুৰাণ – এই ওঠৰখন পুৰাণ - এই পুৰাণ সমূহৰ নাম কেইটা জানি থলেও আপোনাৰ কেতিয়াবা কামত আহিব : আপুনি কাৰোবাক কব পাৰিব। পণ্ডিতে মোৰলৈ কিবা এটা ভাবত চাই মাত্র মিচিকিয়াই হাঁহিলে।

মই এইবাৰ তেখেতক পুনৰ প্ৰশ্ন কৰিলো বাৰু আপুনি শাস্ত্র কেইখনৰ নাম কেইটা জানেনে? তেখেতে এইবাৰ শাস্ত্র কেইখনৰ নামো নাজানো বুলি কবলৈ অলপ ইতস্তত প্রকাশ কৰি কলে— জানো! শাস্ত্র কেইখন হল কাব্য-মহাকাব্য যেনে কীৰ্ত্তন. দশম, গীতা, ভাগৱত, ৰামায়ণ, মহাভাৰত .. বব ! আপুনি যেনে ধৰণেৰে শা: কেইখনৰ নাম খপখপাই মাতি গৈছে আন কোনোবাই মোৰদৰে প্ৰশ্ন কৰিলে হয়তো সিয়ো আপোনাৰ পুথি কেইখনৰ লগে লগে মাতি যাব যে ৰামচৰ, বোন্দাচৰ, কানতলীয়াচৰ, দাত ভঙাচৰ, হাড়িয়া কলাচৰ, নাকৰ বাৰাণ্ডা ওকৰাচৰ, ইত্যাদি— তেতিয়া জানো আপোনাৰ বেয়া নালাগিব? কাৰণ আপুনি যি কেইখনক শাস্ত্র বুলি ভাবিছে সেই কেইখন এখনো শাস্ত্ৰৰ ভিতৰত নপৰে— পণ্ডিতে এইবাৰ শাস্ত্র কেইখনৰ নামো মই আপোনাক দিও আপুনি একে লগে লিখি লওক। মই কলো লিখক – শাস্ত্র কেইখন হ'ল

(১) শিক্ষা শাস্ত্র (২) কল্প শাস্ত্র (৩) ব্যাকৰণ শাস্ত্র (৪) নিৰুক্ত শাস্ত্র (৫) জ্যোতিষ শাস্ত্র (৬) ছন্দ শাস্ত্র (৭) মিমংসা শাস্ত্র (৮) ন্যায় শাস্ত্র (৯) ধৰ্ম্ম শাস্ত্র (১০) অৰ্থ শাস্ত্র (১১) আয়ুৰ্বেদ (১২) ধনুৰ্ব্বেদ (১৩) গান্ধৰ্বেদ আৰু (১৪) স্থাপত্য বেদ ইয়াৰ ওপৰি চাৰিখন প্ৰধান বেদ যেনে— (১) ঋগ্ বেদ (২) যজুৰ্বেদ (৩) সামবেদ আৰু (৪) অথৰ্ব বেদ। এই সকলো বোৰেই শাস্ত্র - কিন্তু এই শাস্ত্র সমূহকো দুভাগত বিভক্ত কৰিছে— এভাগ আগম শাস্ত্র আৰু আনভাগ নিগম শাস্ত্র। যি কেইখনক বেদ হিচাবে ওপৰত কোৱা হৈছে সেই কেইখনত বিভিন্ন পূজা পদ্ধতি বৰ্নিত আছে আৰু সেই কেইখনেই আগম শাস্ত্র আৰু যি কেইখনক মাত্ৰ শাস্ত্র বুলি কোৱা হৈছে তাক নিগম শাস্ত্র বোলে — এই কেইখনত পূজা পদ্ধতি নাই কিন্তু ইয়াৰ মাধ্যমেৰে বিশ্ববাসীলৈ বিভিন্ন জ্ঞানৰ দিশবোৰ দাঙি ধৰিছে। পণ্ডিতে এইবাৰ মোক সাবতি ধৰি মাত্ৰ কলে, ধন্যবাদ! বহুতো সহায় কৰিলা মই তোমাৰ জ্ঞানৰ ওচৰত হাৰ মানিলো। মই কলো— বেয়া নাপাব এই কথাখিনি আপুনিয়েই নজনা নহয়— সমাজত এশ জনৰ ভিতৰত এজনেও নাজানে বুলি কলেও ভুল নহয়। এই শাস্ত্র কেইখনৰ নাম সমূহ মই নলবাৰীৰ ব্ৰহ্ম সমাজ— (ব্ৰাহ্মণসকলৰ ইউনিয়ন) খনৰ পৰা আৰু শ্ৰীমতী সৰলা বালা দেৱীৰ "দেৱহূতি" নামৰ কিতাপ-খনৰ পৰা সংগ্ৰহ কৰিছিলো।

অঞ্জলী তুমি বাৰু ইয়াৰ পৰা কি বুজিলা? মানে মই পণ্ডিতক কলো যে আপুনি যিহেতু শাস্ত্র কেইখনৰ নামেই কব নোৱাৰে তেন্তে আপুনি কিহৰ শাস্ত্ৰজ্ঞ? নামঘোষা, গুণমালা, কীৰ্ত্তন, ভাগৱত কেইখনৰ কেইটামান ফাঁকি মুখস্থ মাতি তাৰ জড়িয়তেই ৰাইজক ধৰ্ম্ম শাস্ত্ৰৰ জ্ঞান দিলে নহব— নিজে আগতে প্ৰকৃত ধৰ্ম্ম জ্ঞান আহৰণ কৰিহে আনক শাস্ত্ৰৰ জ্ঞান দিব লাগে বা ধৰ্ম্মৰ প্ৰতি আকৃষ্ট কৰাব লাগে।

কিন্তু, তাতোকৈ এটা অতি সৰু কথা কিন্তু এই শাস্ত্ৰজ্ঞসকলে

ৰাইজক বুজাব নোৱাৰে ফলত এখন সমাজত বৰ্ত্তমান ধৰ্ম্মৰ শ্ৰেণী বিভাগ হোৱাৰ বাহিৰে আৰু ৰাইজ বিভিন্ন গোষ্ঠীগত স্বভাবত পৰিণত হোৱাৰ বাহিৰে আন একো হোৱা নাই। সেইটো অতি সৰু কথা— যি মূলতত্ত্বৰ ওপৰত আজি আমাৰ সমাজৰ বাহিৰৰ বহু ৰাজ্যত কিছুমান নিৰ্দিষ্ট ঠাকুৰ, বাবা আদিৰ ধৰ্ম্মত মানুহে প্ৰণিপাত জনাইছে— সেইসকল মহাপুৰুষৰো হয়তো এই সকলো শাস্ত্ৰৰ তন্ন-তন্ন জ্ঞান নাই কিন্তু আছে তেওঁলোকৰ মহৎ আধ্যাত্মিকতা যাৰ প্ৰেৰণাত জনগণই ধৰ্ম্মৰ প্ৰতি আকৃষ্ট হোৱাৰ উৎস বিচাৰি পাইছে— সেয়া হল সৎগুণ, একনিষ্ঠতা, আধ্যাত্মিকতা আৰু আত্মভক্তি। যাৰ এই কেইটা গুণ নাই তেওঁ কোনো ধৰ্ম্মৰে প্ৰকৃত শিষ্য হব নোৱাৰে বা তেওঁ আনকো কোনো ধৰ্ম্মৰ জ্ঞান দিব নোৱাৰে। কিন্তু আজিৰ সমাজখন এইবোৰৰ সম্পূৰ্ণ ব্যতিক্ৰম হৈছে। ধৰ্ম্মৰ কথা জানকেইবা নাজানকেই বহুতে আকৌ— এইবোৰ কামতে ব্যস্ত থকা দেখা গৈছে নিজৰ ঘৰ খনৰ প্ৰতিও তেওঁৰ কোনো ভ্ৰুক্ষেপ নাই। ধৰ্ম্মৰ নামত গাৱে গাৱে শিষ্যসকলৰ পৰা চাউল, দালি, আলু আদিৰ সিধা তুলি গাৱঁৰে কোনো নামঘৰ নাইবা কোনো ভকতৰ ঘৰে ঘৰে পেট প্ৰৱৰ্ত্তাই ফুৰাও দেখা গৈছে। সেইসকলৰ কৰ্ম্মৰ প্ৰতি কোনো আস্থা নাই। মাথোন হোৱাই নোহোৱাই শাস্ত্ৰৰ কথাকে নানা চলাহ দি খাই ফুৰিছে। সেই শ্ৰেণীৰ ভকতে বৰ্ত্তমান কোনো কৰ্ম্ম কৰিবলৈ ইচ্ছা নকৰা হল তেওঁলোকে ভাবে শিষ্য সকলৰ পৰা পোৱা অন্নই আমাৰ যথেষ্ঠ সেয়ে শিষ্যৰ মূৰৰ ওপৰতে কঠাল ভাঙি খাই ফুৰিছে। সেয়েহে ৰাইজৰে একাংশই এই শ্ৰেণীৰ ভকতক পৰোক্ষভাবে দেখিব নোৱাৰা হৈছে। যিজনে নিজৰ কৰ্ম্ম কৰিব ইচ্ছা নকৰে মুখৰ চলাহিৰে আনৰ ওপৰতে দিনৰ পাচত দিন, গাৱঁৰ পাচত গাৱে গাৱে খাই ফুৰিব বিচাৰে তেওঁ জীৱনত কোনো কৰ্ম্মই কৰিব নোৱাৰে। সেয়েহে মৃত্যুৰ পাচতো তেওঁৰ নাম কোনো শিষ্যৰ মুখত শুনা নাযায় আৰু নিজৰ ঘৰতো তেওঁৰ কোনো

স্মৃতি মাথাকে কাৰণ নিজৰ পেট প্ৰবৰ্ত্তাই ফুৰোতেই তেওঁৰ জীৱনৰ অন্তিমকাল চাপি আছিল আৰু সমাজখো বিশেষ একো কৰিব নোৱাৰিলে আৰু নিজৰ ঘৰুৱা পৰিবেশৰো কোনো পৰিবৰ্ত্তন আনিব নোৱাৰিলে ফলত তেওঁৰ যদি ডেকা গাভৰু লৰা-ছোৱালী আছিল সেইসকল ল'ৰা-ছোৱালীৰ পৰাও মৃত্যুৰ পাচতো গ্লানিহে খাব লগা হয়। মোৰ এই কথাষৰৰ দৰে এষাৰ কথা মই কামাখ্যা সভা-পণ্ডিতদেৱে লিখা "জীৱনৰ দাবী" নামৰ কিতাপখনত পাইছিলো। তাত তেখেতে লিখিছে— "কৰ্মানুৰাগী হলেহে মানুহে জীৱনৰ উৎকৰ্ষ সাধন কৰিব পাৰে। সদাচাৰী আৰু স্বাৱলম্বী হবলৈ শিকিলে মানুহে মানুহৰ জীৱনতে দেৱত্ব লাভ কৰিব পাৰে।"

আমাৰ সমাজত এনে ধৰণৰ নানান খেলি মেলি দেখিবলৈ পোৱা যায়। মুঠতে যি কেইজনে সমাজত ধৰ্ম্মৰ নামত ৰাইজক ভাগ ভগ কৰিছে মই সিহঁতক প্ৰশ্ৰয় নিদিও— মই ভাবো তেওঁ-লোকে সমাজৰ বিভিন্ন জন গোষ্ঠীৰ মাজত একতা প্ৰতিষ্ঠা কৰিব নোৱাৰাৰ বাবেই ইয়াৰ বিপৰীতে সমাজৰ মাজত বিভাজনৰ হে সৃষ্টি কৰিছে। এইসকল মানুহৰ আগৰ ধৰ্ম্ম গুৰুসকলৰ দৰে দূৰ-দৰ্শিতা নাই; এওঁলোকে সমাজ প্ৰতিষ্ঠা কৰিব নোৱাৰে – এওঁলোক একেবাৰে ঠেক গণ্ডীৰ লোক, এওঁলোকে জাতি ভেদ বিচাৰ কৰে; সমাজৰ সাধৰণ মানুহৰ মাজত বিশৃঙ্খলাৰ সৃষ্টি কৰে।

আগৰ দিনৰ ধৰ্ম্ম গুৰুসকলে বা প্ৰচাৰক সকলেতো জাতি ভেদ বিচাৰ কৰি ধৰ্ম্ম প্ৰচাৰ কৰা নাছিল, দীক্ষা বা শৰণ দিয়া নাছিল। ধৰিলোৱা আমাৰ শ্ৰীমন্ত শঙ্কৰদেৱেও বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰ কৰিছিল, দীক্ষা দিছিল। কিন্তু তেওঁতো এওঁলোক কোঁচ, কলিতা কেওট সেয়ে এওঁলোককহে দীক্ষা দিব পাৰিম বাকী আহোম, চুতীয়া, বৰীয়া, মৰাণ, কৈৱৰ্ত্তক দীক্ষা দিব নোৱাৰিম বুলি কোৱা নাছিল? তেখেতেতো সকলো জন-গোষ্ঠীক বৈষ্ণৱ ধৰ্ম্মৰ দীক্ষা দিছিল! যদি একেজন ধৰ্ম্ম গুৰুৰ অধীনত সকলো জাতিৰ মানু-

সেই দীক্ষা লব পাৰিছিল, শৰণ লব পাৰিছিল তেন্তে একে জন গুৰুৰ শিষ্য কেইজনে একেখন সমাজতে হৰিভক্তি, ভগৱত্ত সেৱা কৰিব নোৱাৰে কিয় ? — ঠিক একেদৰেই আজি আমাৰ সমাজত প্ৰচলিত বিভিন্ন সত্ৰৰ গোঁসাই সকলেতো এটা বৰ্ণ গোষ্ঠীকে শৰণ দিয়া নাই। ধৰিলোৱা অসমৰ আউনীআটি, বেঙেনা আটি, সৰিয়হ আটি, মাহৰীয়া আটি, দিহিঙা গোঁসাই সকলেতো অকল কলিতা, কেওট বা কোঁচ সম্প্ৰাদায়কে শৰণ দি থকা নাই। শিষ্যত্ব গ্ৰহণ কৰিব বিচৰা সকলো জাতি বৰ্ণৰ সকলো শ্ৰেণীৰ মানুহকেতো তেওঁবিলাকে শিষ্যত্ব প্ৰদান কৰিছে আৰু একে সময়তে একোটা স্থানত এনে বিভিন্ন জাতি-বৰ্ণৰ মানুহক শৰণ, দীক্ষা দিছে তেন্তে একেজন গোঁসাইৰ শিষ্য বা ভক্ত সকলে একেলগে একেখন সমাজতে হৰি-কীৰ্ত্তন কৰিব নোৱাৰাৰ কাৰণ কি ? কিয় আজি আমি আমাৰ সমাজত চুকে কোনে এতিয়াও দেখিবলৈ পাইছো যে এইটো কলিতা সকলৰ নামঘৰ, এইটো কোঁচসকলৰ, এইটো কৈবৰ্ত্তসকলৰ আৰু এইটো আহোম, চুতীয়া, বৰিয়াসকলৰ নামঘৰ। এই সম্পৰ্কত আৰু যুক্তি চোৱা। আমাৰ এনেবোৰ বৰ্ণ গোষ্ঠীৰ নামঘৰ বিলাকত একে সম্প্ৰদায়ৰ মানুহেহে এটা নামঘৰত নাম কীৰ্ত্তন কৰে আন সম্প্ৰাদায়ৰ মানুহ আন এটা সম্প্ৰদায়ৰ নামঘৰলৈ সমাজ বহি থকা অৱস্থাত আহিব নোৱাৰে। কিন্তু ধৰিলোৱা এনে এখন গাৱৰ ৰাইজে কোনো এটা দিনত বৰ সবাহৰ লগতে ভাওঁনা আদিৰ আয়োজন কৰিছে — সেইদিনা কিন্তু বৰ সবাহ ভাওঁনা আদিলৈ নিজ গাৱৰ বা সম্প্ৰদায়ৰ মানুহৰ উপৰিও আন বাৰখন গাৱৰ ৰাইজক নিমন্ত্ৰণ কৰিছে আৰু বৰ সবাহ বা ভাওঁনালৈ বিভিন্ন গাৱৰ বিভিন্ন সম্প্ৰাদয়ৰ মানুহ সেইদিনা সেই নাম ঘৰটোত গোট খালেহি সেয়ে এইখন গাৱৰ ৰাইজে আকৌ সেইদিনাখন আন গাৱৰ পৰা ভকতসকল আহিছে বুলি আতো পুতো কৰি একেবাৰে মনি-কূটৰ ওচৰৰ পৰা নামঘৰটোত সমাজৰ আগশাৰীত বহুৱাই সন্মান

প্রদর্শন কৰিলে। তেতিয়া কিন্তু তেওঁলোকে এই ক্ষুদ্ৰ ভেদ ভাবটো পৰিহাৰ কৰিব পাৰিলে কিন্তু সেইদিনাখনো এইখন গাৱৰ ৰাইজে আমন্ত্ৰিত ৰাইজসকলক নকলে কিয় যে আপোনালোকক আমাৰ বৰ-সবাহ ভাওঁনাৰ বাবে আমন্ত্ৰণ জনাইছিলো আপোনালোক আহিছে আমি অতি-শয় আনন্দিত হৈছো কিন্তু আপোনাকলোক যিহেতু আমাৰ সম্প্ৰাদায়ৰ মানুহ নহয় সেয়ে আপোনালোকে সৌ ৰাস্তাত বৈ বা নামঘৰৰ বাহিৰত বৈ থাকি আমাৰ ভাওঁনা সবাহ চাই থাকক আমাৰ নামঘৰত সোমাব নোৱাৰিব। কিন্তু সেই দিনটোতো নানান বৰ্ণ-গোষ্ঠীৰ ৰাইজেই এইখন সমাজত একেলগে বহি আনন্দ স্ফুৰ্ত্তি উপভোগ কৰিলে আৰু এদিন যদি নানান বৰ্ণ-গোষ্ঠীৰ ৰাইজে একেখন সমাজত একেটা নামঘৰৰ ভিতৰত বহিব পাৰে, হৰিনাম গাব পাৰে তেন্তে সদায়ে নোৱাৰে কিয় ? আৰু যদি নাপায়ে আৰু বিশেষ কাৰণত সেইদিনা বাকী ৰাইজক সেই নামঘৰটোত সোমাবলৈ অনুমতি দিয়া হৈছিল তেন্তে পাচদিনাই ৰাইজে গোসাঁইৰ থাতলা আদি সকলোবোৰ ধুই নিকা নকৰিলে কিয় ? গতিকেই আমাৰ সমাজত এনেবোৰ সৰু সৰু ভুল বহুতো আছে যাক সকলোৱে উপলব্ধি হয়তো নকৰাকৈ নাথাকে, কৰে কিন্তু সমাজৰ আগত মুখ খুলি প্ৰকাশ কৰিব নোৱাৰে। কিন্তু মই, মোৰ কথাত কিমানে গুৰুত্ব দিয়ে নাজানো তথাপি নিজে এনেধৰণৰ ভিন-পৰ ভাবৰ পৰিপন্থী। মই বিচাৰো এনে এখন সমাজ, এনে এটা নামঘৰ যত নেকি নানান বৰ্ণ-গোষ্ঠীৰ ৰাইজে একেলগে বহি হৰি নাম-কীৰ্ত্তন কৰিব পাৰে। কাৰণ হৰি নাম-কীৰ্ত্তন কৰোতেতো এনেবোৰ বিভেদৰ প্ৰশ্ন উঠে যে কলিতাৰ নামত বৰীয়া; কোচৰ নামত কৈবৰ্ত্ত্য, কেওঁটৰ নামত চুতীয়া যাব নাপায় নাইবা— বামুন গোসাঁই কেইজনেও এনেবোৰ মনোভাব ৰাখিব নোৱাৰিব যে আমাৰ সমাজত শূদ্ৰ সকল আহিব নোৱাৰিব আৰু একে লগে একেখন সমাজত বহি হৰি-কীৰ্ত্তন কৰিব নোৱাৰিব আৰু যদি জাতি-ভেদ প্ৰথা পাহৰি একে ধৰ্ম্মৰ ৰাইজ একেলগে বসবাস কৰি একেখন

সমাজতে ৰত্তী থাকিব পাৰিলে হয় তেন্তে আজি আমাৰ সমাজত এনেবোৰ বৰ্ণ গোষ্ঠীৰ বিভেদ আহি নপৰিলহেতেন। আনহাতে মই দেখিছো হিন্দু ধৰ্ম্মৰ আমাৰ বিভিন্ন মন্দিৰ বোৰততো এনে ভিন পৰ প্ৰথা নাই যে এইটো কালি মন্দিৰ, এইটো শিৱ মন্দিৰ ইয়াত আমি বামুন, শূদ্ৰ কেইজনে পূজা অৰ্চনা কৰি থকাৰ সময়ত কৈৱৰ্ত্তা কেইজন আহি পূজা দিব নোৱাৰে— একেলগেই বিভিন্ন জাতি বৰ্ণৰ মানুহেইতো একেটা মন্দিৰতে একে সময়তে পূজা অৰ্চনা কৰিছে তেন্তে আমাৰ নামঘৰ বিলাকত এইধৰণৰ বিভাজন কিহৰ— সেই কথাৰ যদি আৰু কিবা বেলেগ উক্তি আছে তাক কিন্তু মই নাজানো, কিন্তু মই জনা মতে আৰু অনুভব কৰা মতে এনেবোৰ ভিন-পৰ ভাব আমাৰ সমাজতো থকাৰ প্ৰয়োজন নাই। কিন্তু ধৰ্ম্মৰ পাৰ্থক্য হলে সেইটো অৱশ্যেই পৃথক হব। কাৰণ মুছলমান সম্প্ৰদায়ৰ মানুহ এজনে সাধাৰণতে হিন্দু ধৰ্ম্মৰ নামঘৰ বা মন্দিৰ এটাত হিন্দুৰ লগত পূজা অৰ্চনা নকৰে বা আমাৰ হিন্দু সম্প্ৰদায়ৰ কোনো ৰাইজেও মচজিদ এটাত হিন্দু ধৰ্ম্মৰ নাম কীৰ্ত্তন বা পূজা অৰ্চনা নকৰে কাৰণ এই কথাখিনি ধৰ্ম্মৰ বাহিৰত। সেয়ে একেটা জাতি ধৰ্মৰ মানুহে, একেখন সমাজত পূজা উপসনা, হৰিনাম নোৱাটো যদি কোনোবাই অৰ্থহীন বুলি ভাবে মই তাক ভুল বুলি কওঁ। কিন্তু একেখন সমাজত একে ধৰ্মৰ সকলো জাতি-গোষ্ঠী মিলি থাকিব পাৰিলেও আকৌ নিজ নিজ সম্প্ৰদায়ৰ জাতীয় অস্তিত্ব কিন্তু বহুক্ষেত্ৰত ৰজাই ৰখাৰ প্ৰয়োজন, কিয়নো এইবোৰ গোষ্ঠীগত প্ৰথা, আজিৰ নহয়। প্ৰত্নতত্ব বিভাগে বিচাৰি পোৱা পৌৰানিক বিভিন্ন কীৰ্ত্তি চিহ্নৰ দৰে এইবোৰ অতি আপুকণীয়া, ইয়াক আমি ধ্বংস হৈ যাবলৈ দিলে নহব আমি আমাৰ এই বৃহৎ সমাজখনৰ মাজেৰেই এইধৰণৰ গোষ্ঠীগত স্বাৰ্থবোৰো জীয়াই ৰাখিব লাগিব— এইবোৰে কিন্তু ভিন্ন বৰ্ণ গোষ্ঠীৰ দ্বাৰা গঠিত বৃহৎ সমাজখনৰ কোনো অনিষ্ট সাধন কৰিব নোৱাৰে। বৰ্ণ-গোষ্ঠীত আমি বেলেগ হলেও সামাজিক

ক্ষেত্ৰত আমি একেটি পৰিয়ালৰে ভাই-ভনী।

যাহওক! শৰতৰ বিভিন্ন পূজা-পাৰ্বনৰ দিনত নানান ধৰ্মৰ কথা আলোচনা কৰিলো। কিন্তু তোমাৰ আৰু এটা উক্তিৰ উত্তৰ দিবলৈ বৈ গ'ল। মই বৰ আচৰিত হলো তুমি লিখা কথা কেইটাত। তুমি লিখিছা! "মযে যদি সচাকৈয়ে আপোনাৰ প্ৰথম প্ৰেমিকা হওঁ, মোৰ মৰমেই যদি আপোনাক প্ৰথম আলোত কৰিছে— তেন্তে আপুনি কোৱাৰ দৰে মোৰ জীৱনৰ হাবিলাস— আপুনি জানো পূৰ কৰিব? আৰু যদি কেতিয়াবা মই আপোনাৰ মৰমৰ পৰা আতৰি আহিব লগা হয়— তেতিয়া বাৰু মোৰ জীৱনলৈ কিহৰ ছাঁ নামি আহিব? আপোনাৰ বাবেই যদি মই কেতিয়াবা জ্বলি জ্বলি মৰিব লগা হয় তেন্তে মোৰ জীৱনত কিন্তু ব্যৰ্থতাৰ পৰিচয় নামি আহিব যাৰ বাবে মই মোৰ অন্তৰখনকে মৃত্যুৰ দিনলৈকে সান্ত্বনা দিব নোৱাৰা হম। তেতিয়া হয়তো মই— সন্তোষ কুমাৰ শৰ্মাদেৱে তেখেতৰ "শেষ নিশাৰ জোন" নামৰ কিতাপখনত লিখা "তথাপিও ডাঃ বৰুৱা মৰিয়মৰ (নাৰ্চ) জীৱনৰ প্ৰথম পুৰুষ নহয় বুলি কেনেকৈ অস্বীকাৰ কৰিব? ধূপ নীৰৱে জ্বলাৰ দৰে হয়তো এদিন তায়ো জ্বলি জ্বলি শেষ হৈ যাব লাগিব। সান্ত্বনা কেৱল তাৰ সুগন্ধ দেৱতাৰ পূজাত লগা বুলি" কথা কেইটাৰ দৰেই যদি জ্বলি জ্বলি মৰিব লগা হয় তেন্তে বাৰু কি হব?

জানা অঞ্জলী, তোমাৰ মনৰ আশা আৰু কল্পনাক মই কেতিয়াও নিঃশেষহৈ যাবলৈ নিদিওঁ। মই মোৰ জীৱনটোত দৃঢ় প্ৰতিজ্ঞা কৰিছো— তোমাৰ মৰমৰ বাবেই মই মোৰ জীৱনটো উছৰ্গা কৰিম— জীৱনৰ অন্তিম সময়লৈকে মই তোমাৰহৈ থাকিম মোৰ এই দৃঢ় মনোভাব. তাল গোৱাৰ লিকলি আন কোনোৱে চিন্তিব নোৱাৰিব কিন্তু তুমি যদি মোৰ অন্তৰৰ পৰা নিজেই কেতিয়াবা আতঁৰি যোৱা তেতিয়া কিন্তু মোৰ প্ৰতিজ্ঞাইও সময়ৰ ক্ষেত্ৰত বিপদে যাবলৈ হয়তো বাধ্য হব কিয়নো —মানুহক জীয়াই থাকিবলৈ সঙ্গী লাগে।

দুখ, সুখৰ বাবে আৰু মনৰ অনুভূতিবোৰ আন্তৰিকভাৱে প্ৰকাশ কৰিবলৈকো সঙ্গী লাগে; জীৱনৰ প্ৰত্যুত্তৰ দিবলৈকো সঙ্গী লাগে— সঙ্গীৰ প্ৰয়োজন হয়। অন্যথা তেওঁৰ জীৱন অসাৰ্থক যদিহে সঙ্গী বিহীন ভাবেৰেই পৃথিৱীত নিজৰ প্ৰতিভা বিকাশ কৰিব নোৱাৰে।

সেয়েহে যুৱক-যুৱতীয়ে প্ৰেমৰ মাজেৰেও বহু শিক্ষা গ্ৰহণ কৰিব পাৰে আৰু বিয়াৰ পাচত পাৰিবাৰিক জীৱনৰ প্ৰচলিত ৰীতি-নীতি, সামাজিক দায়বদ্ধতা, মৰম-স্নেহ, ভক্তিতত্ত্ব আদিৰ সম্পৰ্কত বহুল জ্ঞান লাভ কৰিব পাৰে। বহুতে এনেবোৰ জ্ঞান আয়ত্ত কৰি জীৱনৰ মানদণ্ড উন্নত কৰিবলৈ সক্ষম হয় আৰু যি সকলে এইবোৰ জ্ঞানক তুচ্ছ কৰি চলিব বিচাৰে, সামাজিক, পাৰিবাৰিক ৰীতি-নীতি মানি চলিব নিবিচাৰে তেওঁলোক অধঃপতে যোৱাও দেখা যায়— তেওঁলোকৰ সংসাৰিক জীৱনলৈ নানান ঘাট-প্ৰতিঘাত নামি আহে, অশান্তিৰ সৃষ্টি হয় শেষত পৰিয়ালটো বিনষ্ট হোৱাৰো মূল থাকে।

যাইওক এইবাৰৰ চিঠিখন অপ্ৰত্যাশিত ভাবেৰেই অতিশয় দীঘলীয়া হ'ল বেয়া নাপাবা— তুমি হয়তো ভাবিছা "মই এইবোৰ উক্তি বিচাৰি নিশ্চয় বহু কিতাপৰ পম খেদিব লগা হৈছে নহয়? কথাটো একেবাৰে মিছা নহয়। মোৰ কিতাপ পঢ়া ৰব চথ জানা? আৰু এই কিতাপবোৰৰ মাজত পোৱা মোৰ মনত লগা বিশেষ উক্তি সমূহ মই কেতিয়াবা যেচ ভালদৰে মনত ৰাখো প্ৰয়োজন অনুসাৰে লিখিও লও কিন্তু আজিহে কেতিয়াবা এবাৰ ব্যৱহাৰ কৰিব লাগিব। কাৰোবাৰ আগত প্ৰকাশ কৰিব লাগিব। যদি প্ৰকাশ কৰিবই নোৱাৰো, সুবিধা নাপাও তেন্তে মোৰ মনতে সেইবোৰ বিশেষ উক্তি লৈ বহি থাকিলে আৰো কিবা কাম হব? সেয়েহে তোমাক পাই মই মোৰ অন্তৰৰ কথাবোৰ প্ৰকাশ কৰিবলৈ বৰ আনন্দ পাইছো— ধৰি লওঁ— এইবোৰৰ উক্তিয়ে মোৰ জীৱনত এনে পৰিবৰ্তন আনিব নোৱাৰিলেও হয়তো তোমাৰ জীৱনটোকে কিবা পৰিবৰ্তন আনিব।

আনহাতে এনেবোৰ কথা প্ৰথম প্ৰেমৰ সময়ত প্ৰকাশ কৰিবলৈ বৰ টান যায় জানা? তোমাক ভাল পোৱাৰ সম্পৰ্কত মই মোৰ মনৰ অনুভূতিবোৰ যেনেদৰে প্ৰকাশ কৰিছো, তোমাৰ প্ৰতি মোৰ ভালপোৱাৰ তাড়নাক যি দৰে মই তোমাৰ ওচৰত অৱগত কৰাব বিচাৰিছো ঠিক তেনেদৰেই এই কথাবোৰে তোমাক প্ৰথমে জনাবলৈ মই অতি ব্যগ্ৰহ পৰিছো— ধৰিলয়ো তুমি মোৰ লিখনীক উচ্চ বুলি গ্ৰহণ নকৰিলেও যদি একেবাৰে নিম্ন স্থানৰ অকণমান ওপৰতো ৰাখা তথাপি মই শান্তি পাম। মোৰ লিখা চিঠিবোৰৰ বাবে কৰা কষ্ট খিনিৰ মূল্য পাম। আৰু যদি সেয়ে হয় তেন্তে কেতিয়াবা হয়তো এনেবোৰ বাক্য, বিশেষ উক্তি কৰবাত লগাব পাৰিম— কাৰণ কি জানা প্ৰথমেই যদি মই এইবোৰ ভাষা, মনৰ চিন্তা বহলভাবে বাইজৰ ওচৰত প্ৰচাৰ কৰিব বিচাৰো তেন্তে হয়তো বহুতে মোক— কি ভাবে অৱশ্যে নাজানো তথাপি তোমাৰদৰে শিক্ষিতা এজনী ধুনীয়া ছোৱালীৰ পৰা যদি মই অকনমান মোৰ লিখনিৰ বাবে সহাৰি পাও তাতেই মই আনন্দিত হম। কাৰণ আমাৰ ভাল পোৱা অৱস্থাত আনৰ সহাৰিত কৈ প্ৰেমিকাৰ সহাৰি অতিশয় মিঠা হয় — বহুজনে কৰা প্ৰসংশাতকৈ যেতিয়া প্ৰেমিকাৰ প্ৰসংশা আৰু আনন্দত পৰস্পৰে আকোৱালী লয় তাৰ আনন্দ আৰু অতি মধুৰ, চিৰস্মৰনীয়। তোমালোক ছোৱালীবোৰে এনেবোৰ কথাত আকৌ বেছি কৰিছে বুলি কোৱা, উফন্দ পাতা— তাৰ বাবে মই তোমাক কিন্তু আজিয়ে অনুৰোধ কৰি থলো - মোৰ মনোভাবত উদয় হোৱা কথা খিনিক হে মই হুবহু প্ৰকাশ কৰিছো— তাত কোনো বেছি কৰাৰ প্ৰশ্ন উঠে জানা? তুমি কেতিয়াও ভুল নুবুজিবা! মানে মই আজি কালি তোমাক ইমানেই ভাল পাওঁ তাক যেন মই মোৰ কোনো ভাষাৰে প্ৰকাশ কৰিব নোৱাৰিম— মাথো মই তোমাক সীমাহীন ভাবে ভাল পাওঁ, তোমাৰ এটা শব্দইও যেন মোৰ প্ৰাণত আনন্দৰ জোৱাৰ তোলে। তোমাৰ ৰূপ যৌৱনে মোক বৰ বলিয়া কৰিছে জানা?

শাৰদীয় বতৰত বিভিন্ন প্ৰতিমাৰ মুখবোৰ চালে মোৰ মনলৈ আহে তোমাৰ মুখখনৰ প্ৰতিচ্ছবি কিবা এটা ভাবি দেৱী-গোসানীয়ে দোষ ধৰিব বুলি তৎক্ষণাত তাৰ পৰা আঁতৰি আহো। তোমাৰ ৰূপ-যৌৱনে মোৰ অন্তৰত ব্যাকুল প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিছে— তোমাকে লৈ মই অনবৰতে জীৱনৰ সপোন ৰচো, নানান গল্প কবিতা লিখিবলৈ ইচ্ছা কৰো কিন্তু লিখাবোৰ সম্পূৰ্ণ কৰিব নোৱাৰো - মনটো পুনৰ তোমাৰ ৰূপ যৌৱনৰ মাদকতা ভাৱৰ বাবে চঞ্চলিত হৈ উঠে, ৰাস্তাত মিছাতে কেতিয়াবা ৰৈ থাকো তোমাক এবাৰ দেখা পাম বুলি। শৰতৰ জোনাক ৰাতি চোতালৰ পৰা ৰাস্তালৈ বহুবাৰ অহা যোৱা কৰো— বিছনাখনত শুবলৈ মন নাযায় মনলৈ আহে কুমাৰ কিশোৰৰ "কিঙ্কিনীৰ কলঙ্ক" নামৰ কিতাপখনত লিখা কথা কেইটালৈ -- তাত তেখেতে লিখিছে 'সন্ধ্যাতৰাৰ সেয়া যেন যৌৱন নহয়; দুপৰৰ সূৰ্য্যৰ উত্তাপ। সন্ধ্যাতৰাৰ ৰূপ, ৰূপ নহয়। শৰতৰ আকাশৰ পূৰ্ণেন্দুৰ বুকুৰ পৰা নিগৰি অহা এমুঠি মিঠা জোনাক।" তেখেতে কোৱাৰ দৰেই মোৰো অন্তৰত একে ধৰণৰ ধাৰণা হয়। মযো অনুমান কৰো তোমাৰ যৌৱন যেন যৌৱন নহয়, সদ্য বিকশিত এপাহ ৰঙীন গোলাপ; তোমাৰ শৰীৰৰ ৰূপ যেন কোনো পাকৈত খনিকৰে গঢ়া এক অকৃত্ৰিম সুন্দৰ প্ৰতিমাৰ ৰূপ; শৰতৰ শুভ্ৰ জোনাকত যেন জিলিকি থকা এক উজ্জ্বল তৰা আৰু তোমাৰ চকু দুটিৰ চাৱনি যেন সকলো পুৰুষৰ মন পৰশা এক সবুজ মনি। যাৰ উপস্থিতিয়ে যেন অকল মোকে নহয় মোৰ দৰে উতলা যৌৱনৰ হাজাৰ যুৱকৰ শৰীৰত অস্থিৰতাৰ সৃষ্টি কৰে। মই অনুমান কৰিছো— তোমাৰ শৰীৰৰ ৰূপ দৃষ্টি চাবলৈ মোৰ বাহিৰেও আৰু হাজাৰজনে ইচ্ছা কৰে, আশা কৰে, লুকাই লুকাই তোমাক চায়, ৰূপদৃষ্টি আৰু তোমাৰ শৰীৰৰ বহুতো উপভোগ কৰে যেন তাতেই তেওঁলোকৰ জীৱনলৈ শান্তনা আহে।

অঞ্জলী! তোমাক যে মোৰ কিমান ভাল লাগে তাক মই

বৰ্ণাব নোৱাৰা হৈছো— চিঠি লিখি শেষ কৰিবলৈ মন নাযায়— নানান কথাৰে তোমাক অনবৰতে মনৰ মাজত, চকুৰ আগত ৰাখিবলৈ মন যায়— লিখি থাকিলে মোৰ মন হয়, তুমি যেন মোৰ চকুৰ আগতেই থিয়দি বৈ আছা আৰু মই যেন এইয়া তোমালৈ চিঠি লিখি থকা নাই তোমাক বাস্তৱিকতে কাষত ৰাখি মই যেন মোৰ অন্তৰৰ কথা বোৰহে কৈ আছো। এনে অনুমানৰ কাৰণেই মোৰ মনৰ পৰা অনুকূল কথাবোৰ যেন ওলাই ওলাই গৈ আছে— মই যেন কোনো কথা ভাবি ভাবি বহি থাকিব নালাগে। কিন্তু তোমাৰ চিন্তা কৰি কৰি আনকথা ভাবিলে বৰ্ত্তমান মোৰ যেন অকনো ভাল নালাগে— কিবা অশান্তিৰ ভাৱে যেন মোক আগুৰি ধৰে। মনটো উগুল-থুগুল লাগে। বন্ধু বান্ধৱৰ কথাবোৰ যেন বিশেষ আনন্দদায়ক যেন নালাগে। তোমাৰ লগত ভালপোৱাৰ আগতেও মই সিহঁতৰ লগত ফুৰিছো। নানান কথা-বতৰাত হাঁহি স্ফূৰ্ত্তি কৰিছো কিন্তু তোমাৰ লগত মোৰ মনৰ সম্পৰ্ক অহাৰ পাচত মোৰ মনত অনবৰতে মাত্ৰ তোমাৰ চিন্তাইহে আবৰি থাকে— বহুতে মোক বহুতো বুজনি দিয়ে কিন্তু মোৰ অকনো ভাল নালাগে সিহঁতৰ কথাবোৰ মোৰ যেন কাণতেই নোসোমাই— মোৰ মনটোত মাত্ৰ ভাহি থাকে তোমাৰ শৰীৰৰ বহুতো আৰু তোমাৰ অন্তৰৰ মৰমবোৰ।

বহুত সময়ৰ আগতেই চিঠিখন শেষ কৰিম বুলি ভাবিছিলো কিন্তু অতৰ্কিতে মনৰ ভাববোৰে চিঠিখন বহলাই দিলে। আৰু— বহলাই তোমাক বিৰক্ত কৰিব বিচৰা নাই। আজিলৈ ইমানতে সামৰিলো। শেষত পুনৰ তোমাৰ পৰা এখন দীঘলীয়া চিঠি সোনকালে পাম বুলি বহুত আশাৰে বাট চাই ৰলো।

সামৰনিত তোমাৰ বাবে মোৰ অন্তৰৰ হাজাৰ বিজাৰ মৰমাশীৰ্বাদ পুনৰ পঠালো— আশাকৰো লবা। ইতি

তোমাৰ

— প্ৰদীপদা

## মৰমী অঞ্জলী !

এয়া হেমন্ত কালৰ সুকুমাৰ, কোমল জোনাক। আকাশত পাতলীয়া নিৰ্মল ডাৱৰবোৰে যতাহতে উৰি ফুৰিছে। শীতৰ আগমনত মানুহৰ তথা প্ৰাণীজগতত শান্তিৰ নিশ্বাস বিয়পিছে। সমগ্ৰ পথাৰত নানান তৰহৰ খেতি-বাতিয়ে মানুহৰ মনত আনন্দৰ ঢৌ তুলিছে। নদ-নদী খাল-বিল, ডোবা, পুখুৰীৰ পানীবোৰ ক্ৰমান্বয়ে শুকাই আহিছে। তাত থকা মাছবোৰ ধৰিবলৈ দিনে ৰাতিয়ে মানুহবোৰ উদ্যত হৈ পৰিছে। বাৰীৰ নানা তৰহৰ শাক-পাচলি, পথাৰৰ পৰা চপোৱা বিভিন্ন বিধ ধানৰ দ'ম, খাল-বিল নদ-নদীৰ পৰা মাৰি অনা নানান বিধৰ সৰু বৰ মাছবোৰে ধনী-দুখীয়া প্ৰত্যেকৰ অন্তৰত আনন্দৰ জোৱাৰ তুলিছে। জন-জীৱনলৈ শান্তিৰ ভাব ঘূৰি আহিছে। আনন্দও আহিছে কিন্তু সেয়া গ্ৰীষ্ম বা বৰ্ষা কালৰ প্ৰকত উত্তাপৰ দৰে নহয়— ই অতিশয় মধুময়, শান্তিৰ আৰু বিশ্বাসৰ। ৰাতিৰ সময়বোৰ বাঢ়ি অহাৰ লগে লগে ক্ৰমাৎ পাতলীয়া শীত নামি আহে পৃথিৱীৰ বুকুলৈ যেন মন জয় পৰা এক সবুজ শান্তি। মোৰো মনত ভাহি উঠিছে তোমাৰ নৱ-যৌৱনৰ ৰূপটি। সুন্দৰ জোনাক নিশা আকাশৰ পৰা জোনৰ পোহৰবোৰ ওখ গছ জোপাৰ পাতৰ মাজেৰে বাগৰি আহি মোৰ চকুত পৰিছে— গছৰ ডালৰ মাজেৰে জোনবাইটোৱে যেন মোৰ লগত খেলা কৰিছে— সেই জোনৰ তীব্ৰ উজ্জলতাত যেন তোমাৰ মুখখনহে সুন্দৰকৈ জিলিকিছে— মিচিকি হাঁহিৰে যেন মোক তুমি আমন্ত্ৰণ কৰিছা তোমাৰ কাষলৈ— হঠাৎ যেন মোৰ মনত কিহবাই অশান্তিৰ ভাব জগাই তুলিলে— উঠি আহি পুনৰ তোমাৰ সুন্দৰ হাতৰ পৰশ বোলোৱা চিঠিখন লৈ কমটোৰ ভিতৰত বহিলো। তুমি পঠোৱা অজস্ৰ মৰম আৰু শ্ৰদ্ধা মই সাদৰে গ্ৰহণ কৰিছো— আৰু তোমাৰ বাবেও মই এইয়া লিখিবলৈ বহি

পলো— তোমাৰ বাবেও মোৰ হাজাৰ-বিজাৰ মৰমাশীৰ্বাদ মোৰ এই চিঠিৰ জৰিয়তেই প্ৰথমে পঠালো আশা কৰো লবা।

মোৰ মৰমী অঞ্জলীজনী! তোমাৰ চিঠিখন এইবাৰ আৰু অলপ দীঘলীয়া হোৱাত মই অতিশয় আনন্দ পাইছো। তুমি হয়তো ভাবিছা চুটি চিঠি এখন দিলে মই একে উশাহতে পঢ়ি শেষ কৰি পেলাম আৰু চিঠিৰ মাজেৰে আন কথাৰ, চিন্তা চৰ্চাৰ কোনো সুযোগ নাপাম— যেয়ে হয়তো তুমি ইমান সুন্দৰকৈ দীঘলীয়া চিঠিখন দিছা নহয়? অশেষ ধন্যবাদ। তোমাৰ অন্তৰৰ কল্পনা আৰু চিঠিৰ ভাষা তথা বিশেষ উক্তি অতিশয় বঢ়িয়া হৈছে। তোমাৰ চিঠিৰ মাজেৰে এইবাৰ তুমি মোক এটা বৰ সুন্দৰ প্ৰশ্ন কৰিছা— কি তুমি গম পাইছা নে? তুমি যে মই লিখা কথাখিনি পুনৰ উল্লেখ কৰি কৈছা "আপুনি লিখিছে যে" সেয়েহে যুৱক যুৱতীয়ে প্ৰেমৰ মাজেৰেও বহু শিক্ষা গ্ৰহণ কৰিব পাৰে আৰু বিয়াৰ পাচত পাৰিবাৰিক জীৱনৰ প্ৰচলিত ৰীতি-নীতি, সামাজিক দায়বদ্ধতা, মৰম-স্নেহ, ভক্তিতত্ব আদিৰ সম্পৰ্কত বহুল জ্ঞান লাভ কৰিব পাৰি" কিন্তু প্ৰেম নকৰাকৈ জানো বিয়া হোৱা সকলে এইবোৰ জ্ঞানৰ অধিকাৰী হোৱা নাই?" হৈছে— কিন্তু মইতো তোমাক অকল প্ৰেমৰ পৰাহে এইবোৰ জ্ঞানৰ অধিকাৰী হব পৰা যাব বুলি কোৱা নাই, মই কৈছিলো - যে প্ৰেমৰ মাজেৰেও বুলি নহয় জানো? তোমাৰ ভাবধাৰাটো এতিয়া নিশ্চয় পৰিস্কাৰ হৈছে নহয়? প্ৰেম নকৰি বিয়া হলেও এনেবোৰ শিক্ষাৰ অধিকাৰী হব, হব পাৰে কিন্তু বিয়া হোৱা দম্পতি হালে পৰস্পৰে প্ৰেম নকৰিলেও তেওঁলোকে কোনো জনে কব নোৱাৰে যে তেওঁৰ জীৱনত আন্তৰিকভাবে কাৰোবাক প্ৰাৰ্থনে কল্পনা কৰা নাছিল— আৰু যদি অপ্ৰকাশিত ভাৱে এনে চিন্তা কৰিছিল তেতিয়া হলে তেওঁলোকে নিজেই অপ্ৰকাশিত প্ৰেমিক আৰু প্ৰেমিকা আছিল আৰু তাৰ বাবে আৰু কোনজনে কেতিয়াবা সুগ্‌ পালে কেনেভাৱে প্ৰত্যুত্তৰ দিব লাগিব

মনৰ ভাববোৰ কেনেকৈ প্ৰকাশ কৰিব লাগিব— মৰমবোৰ কি দৰে আদান প্ৰদান কৰিব এই সকলোবোৰ কথাৰ নিজ নিজ অন্তৰতে আথৰা কৰাদি নকৰাকৈ থকা নাছিল আৰু তাৰ ফলতেই যৌৱনাৱস্থাত প্ৰত্যেক যুৱক যুৱতীয়েই মুকলি ভাবে প্ৰেম কাবোবাৰ লগত নকৰিলেও মনৰ চিন্তাই প্ৰেমক বাদ দিয়া নাছিল— এদিন হলেও এনেবোৰ চিন্তা কৰিবলৈ বাধ্য হৈছিল অতিশয় সৎ স্বভাৱৰ ছোৱালী বা লৰা জনেও। সেয়েহে জন মানসৰ চকুত ধৰা নপৰাকৈও বহু যুৱক যুৱতীয়ে গোপনীয় প্ৰেম নিজৰ অন্তৰত, দেহত পুহি ৰাখে-- আৰু এনেবোৰ স্বভাৱ, প্ৰেমাভিনয় অতিশয় ভয়ানক। এনেবোৰ প্ৰেম সাধাৰণতে বহুত যুৱক-যুৱতীয়ে যৌৱনৰ আদিম অৱস্থাতে কৰে কাৰণ তেতিয়া তেওঁলোকে কথাবোৰ প্ৰকাশ কৰিবলৈ সাধাৰণতে লাজ পায়, ভয় কৰে আৰু চিন্তা কৰে। যৌৱনৰ কাঁচিয়লি ৰদত বহি জীৱনৰ ৰঙীল সপোন দেখা, ভৱিষ্যতৰ সোণালী দিনবোৰৰ কল্পনা কৰা, জীৱনটোক এক আভিজাত্য, শৃঙ্খলাবদ্ধতা আৰু এখন নতুন সংসাৰেৰে এটা নতুন ঘৰৰ নতুন পৰিবেশত প্ৰতিষ্ঠা কৰাৰ হেপাহবোৰ ল'ৰাৰ ক্ষেত্ৰতকৈ ছোৱালীৰ ক্ষেত্ৰত কিন্তু অধিক বেছি। ইয়াৰ কাৰণটো তুমি নিশ্চয় বেছিকৈ উপলব্ধি কৰিব পাৰিবা যিহেতু তুমি এজনী ছোৱালী আৰু তোমাৰ ৰূপ-যৌৱন অতুলনীয়। মানে নৱ যৌৱনে গৰকি থকা চঞ্চলা চপলা ধুনীয়া দেহৰ কোমলীয়া ছোৱালীৰ আকৰ্ষনীয় ৰূপটিয়ে বহু পুৰুষক আকৰ্ষিত কৰে, বহুতেই মৰমৰে চাই থাইলৈ, ভাল পাব বিচাৰে, মৰম কৰিব বিচাৰে, অযথা প্ৰেমালাপ কৰিবলৈ ইচ্ছা কৰে। সেয়েহে হয়তো— হিতেশ ডেকাই "বৈৰী মানুহ" নামৰ কিতাপ খনত লিখিছে "ফুল ফুলাৰ আধাখিনিৰ কালিটিৰ যি আধা মেল খোৱা যৌৱন, তাৰ মদকতা অতি তীব্ৰ। সেয়েহে কিশোৰী বালিকাৰ লচপচীয়া চলন ফুৰণত এটা অতি চঞ্চল আভাষ বিদ্যমান।" সেয়েহে কোমল যৌৱনে জীৱনত ভুমুকি মৰাৰ দিনৰ পৰাই ছোৱালীবোৰে পুৰুষৰ চকুৰ চাৱনী বুজি পায়, সমাজৰ বহু

কথাই শিকে, নিজৰ মনলৈকো নানান চিন্তা-চৰ্চ্চা আহে—অপৈনত মনটোত পৈনত বুদ্ধিৰ আবিৰ্ভাব হয়, যি কোনো কথাৰ যথাযথ প্ৰত্যুত্তৰ দিবলৈ সক্ষম হয় কিন্তু থিক সেই একে সময়ত লৰা এজনে বহু কথাই বুজি নাপায় কিয়নো ল'ৰাৰ বয়সৰ অনুপাতত্তকৈ ছোৱালীয়ে যৌৱনৰ প্ৰতিক্ৰিয়া বহু আগেয়ে বুজি পায়। এই সম্পৰ্কত অৱশ্যে মই তোমাতকৈ বেছি নাজানো— কাৰণ তুমি নাৰী, নাৰীৰ মনৰ কথা তুমি পুৰুষৰ কল্পনাতকৈ বেছি উপলব্ধি কৰিব পাৰিবা— নহয় জানো? গতিকেই এই সম্পৰ্কত বেছিকৈ তোমাক মই কবলৈ নিবিচাৰি তোমাৰ মনৰ মাজত জাহি থকা কথাবোৰবে পাতনি মেলো বুলি ভাবিছো। তুমি লিখিছা— মোৰ দৰে তুমিও মোৰ চিঠিবোৰ অতিশয় আদৰেৰে গ্ৰহণ কৰা, কোনোৱে নজনাকৈ সন্তৰ্পনে মোৰ চিঠিবোৰ পঢ়া— ভাল লাগে, মৰম লাগে ইত্যাদি। —এনেবোৰ স্বভাৱ অকল তোমাৰ ক্ষেত্ৰতে নহয়— প্ৰত্যেকজন প্ৰেমিক প্ৰেমিকাৰে এনেবোৰ প্ৰতিক্ৰিয়া হয়। প্ৰেমিকৰ চিঠি গোপনে পঢ়া নাইবা কোনো অন্তৰঙ্গ বান্ধৱীক বিশ্বাস কৰি পঢ়ি শুনোৱা, মনত আনন্দ পোৱা প্ৰত্যেক প্ৰেমিকাৰে স্বভাৱ। কিয়নো সেইটো সময়ত মনলৈ, জীৱনলৈ নতুন জোৱাৰ আহে; সামান্য কথাতেই মন প্ৰাণ ভাল লাগে— বন্ধু-বান্ধৱীৰ সঙ্গবোৰ ভাল লগা হয়; প্ৰেমৰ কথাবোৰ হৃদয়ৰ অতি মনোগ্ৰাহী হয়, ৰং-ৰহইচ, চিনেমা ভাওনা অতি আমোদজনক হয় - নানা কথা শিকিবলৈ নাইবা জানিবলৈ ইচ্ছা যায়, মুঠতে জীৱনৰ এক অদম্য আনন্দৰ দিন এইকেইটাই, যৌৱনৰ ন-আবিৰ্ভাবৰ কালটো। কিন্তু বয়স বাঢ়ি অহাৰ লগে লগে বিয়া নোহোৱাকৈ ঘৰতে গাভৰু হৈ থকা যোড়শী গাভৰু গৰাকীৰ নাইবা ডেকাজনৰ আগৰ সেই উত্তপ্ত দিনবোৰৰ দৰে একেটাই স্বভাৱ বৰ্ত্তি নাথাকে - সময়ৰ লগে লগে জীৱনৰ বাটে ন-ন পাতনি মেলে, স্বভাৱ সলনি হয়— জীৱনত নিজকে সুন্দৰ ভাবে প্ৰতিষ্ঠা কৰাৰ সোণালী সপোন দেখে, নিজৰ মনলৈ আত্মবোধ আহে, যৌৱনৰ

এৰি অহা দিনবোৰৰ কথা মনত পৰিলে কিবা লাগে কিন্তু তেতিয়া আৰু সেই আগৰদৰে লচপচীয়া স্বভাববোৰ নিজৰে ভাল নলগা হয়. মনলৈ গহীনতা আহি পৰে, এৰি অহা দিনবোৰত হোৱা জীৱনৰ অভিজ্ঞতাই সেই ডেকা-গাভৰুসকলক ধিৰ. স্থিৰ কৰি তোলে, চিন্তা-শীল কৰে আৰু সামাজিক দায়বদ্ধতা সমূহলৈ আগুৱাই নিয়ে। গতিকেই বয়স্ক গাভৰু এগৰাকীয়ে নৱ-যৌৱনপ্ৰাপ্ত এজনী সৰু ছোৱালীৰ দৰে দৌৰা-দৌৰি, হাঁহি খিকিন্দালি আদি কৰি ফুৰিব নোৱাৰে আৰু স্বাভাৱিকতে নকৰে ঠিক তেনেকৈ পশিচৰ পৰ। ত্ৰিশ-বত্ৰিশৰ দেওনাত থকা এজন ডেকাই অবিবাহিত হৈ থাকিলেও পোন্ধৰ-ষোল্ল বছৰৰ চেঙেৰা ডেকা কেইটাৰ দৰে উদ্দণ্ডালি কৰিব নোৱাৰে বা স্বাভাৱিকতে নকৰে। বয়সৰ লগে লগে জীৱনৰ বাট সলনি হয়। মানুহে মানুহক মানুহ হিচাপে প্ৰতিস্থা কৰিবলৈ বিচাৰে। সৎ. ধাৰ্ম্মিক আৰু সমাজপ্ৰিয় হবলৈ বিচাৰে। ব্যক্তিগত জীৱনৰ উন্নতিৰ লগে লগে নিজৰ সমাজখনৰ, দেশখনৰ উন্নতিৰ চিন্তা কৰে। কিন্তু জীৱনৰ চালুকীয়া অৱস্থাত ডেকা-গাভৰুৰ চিন্তাই এইবোৰ কথাৰ পৰা বহুত আতৰত থাকে। সেই সময়ত তুমি কোৱাৰ দৰে মাত্ৰ মোৰ চিঠি পটি ভাল পোৱাৰ দৰে বহুতে বহুতৰ প্ৰেমৰ চিঠি পঢ়ি ভাল পায়। এয়া তোমাৰ বয়সৰ স্বীকাৰোক্তি, তাৰ বাবে তোমাৰ অকনো দোষ নাই। মোৰ চিঠিবোৰ গোপনে পঢ়ি তোমাৰ ভাল লগাটো স্বাভাৱিক অৱশ্যে আৰু ভাল লাগিল হয়; যদি মোৰ চিঠিৰে নানান লেতেৰা কথাৰে তোমাৰ নৱযৌৱনক আৰু অধিক উতলা কৰি তুলিব পাৰিলো হয় কিন্তু সেইবোৰ মানুহৰ বিভিন্ন চৰিত্ৰৰ অভ্যাস। বহুতে প্ৰেমিকালৈ এনেবোৰ লেতেৰা ভাষা, ঘটনা লিখি ভাল পায় আৰু বহুতে নাপায়, ময়ো সেই নোপোৱা স্বভাৱৰে এজন সহযোগী। কাৰণ এনেবোৰ চিঠি লিখিলে মোৰ নিজৰে বৰ নীচ নীচ লাগে, মনোভাব হয় তুমি মোক বৰ অসৎ চৰিত্ৰৰ বুলি ভবাৰ স্থল থাকিব নাইবা মোৰ এই লেতেৰা

ভাষা আৰু ঘটনাৰ চিঠিখন তুমি তোমাৰ কোনো এজনী একেবাৰে অন্তৰঙ্গ বান্ধৱীকো দেখুৱাবলৈ ইচ্ছা নকৰিবা ; নাইবা তাৰ দ্বাৰা তোমাৰ জীৱনলৈ কোনো সৎগুণৰ উপকৰণ বিচাৰি নাপাবা মাত্ৰ জীৱনটোক এক অশালীন পৰিৱেশৰ লগত খাপ খোৱাৰ চিন্তাহে কৰিব পাৰিবা। সেয়েহে মই তোমালৈ এনেদৰেই চিঠি কেইখন লিখিছো-- যাতে তুমি তোমাৰ জীৱনত মোৰ লিখনীৰ পৰা কিবা নহয় কিবা এটা সৎ কথা আয়ত্ত কৰিব পাৰা নাইবা মোৰ এই চিঠিবোৰ গোপনে তুমি তোমাৰ কোনো অন্তৰঙ্গ বান্ধৱীকো বিনা দ্বিধা, সংকোচে দেখুৱাব পাৰা আৰু চিঠিখন পঢ়ি যাতে তোমাৰ বান্ধৱী গৰাকীয়েও প্ৰধানকৈ মোক আৰু তোমাক কোনো বেয়া আখ্যা দিব নোৱাৰে বৰঞ্চ তেওঁ যাতে কাৰোবাক নাইবা তেওঁৰে প্ৰেমিকক আমাৰ চিঠিৰ মানদণ্ডৰ সম্পৰ্কে একাষাৰ কথা কব পাৰে। কিন্তু শুনা মই এইবুলি কলো বুলিয়ে তুমি যাতে তোমাৰ বহু কেইজনী বান্ধৱীকে মোৰ চিঠিবোৰ নেদেখুওৱা কাৰণ-- তোমালোক ছোৱালী মানুহৰ মনবোৰে সকলো কথাতে উচপিচাই থাকে— যি কোনো কথাকে প্ৰকাশ কৰিবলৈ; গতিকে কোনোবা এজনীয়ে হয়তো তেওঁৰ ভালপোৱা ল'ৰাজনক কব আৰু সেই ল'ৰাজনৰ পৰা ইটো সিটো কৰি ৰাষ্ট্ৰ হব আমাৰ গোপন মৰমৰ কথাবোৰ— মাত্ৰ তুমি নিজেই পঢ়িবা— যি চিন্তা কৰা কৰিবা, জীৱনৰ সপোন ৰচিবা— অন্তৰতে, গোপনে যাতে তোমাৰ আৰু মোৰ মৰমৰ বাটত কোনোৱে হুল পুতিব নোৱাৰে— এনেদৰে এটা কথা অৱশ্যে মই তোমাক এখন কিতাপৰ উক্তিৰ পৰা কবলৈ এইবাৰ বিচৰা নাই— গোটেই উক্তিটোৱেই মই কোৱাৰ দৰে তুমি ভাবি লব পাৰিবা— মানে একে ঘটনা অনুক্ৰমে— নিৰুপমা বৰগোহাঞিয়ে তেখেতৰ অন্তঃস্ৰোতা নামৰ কিতাপখনত লিখিছিল--"অনিতাৰ ৰুমটো প্ৰাইভেট !" তোমাৰ বেয়া লাগিছে, নিজস্ব ৰুমত সোমাই থাকা, কোনেও গম নাপাব তোমাৰ মনৰ বিষাদ, মধুৰ স্বপ্নৰ জাল ৰচিবৰ মন গৈছে—তোমাৰ

একান্ত নিজা অকলশৰীয়া ৰুমটোৰ দুৱাৰ বন্ধ কৰি বিছনাত বাগৰি চকু দুটা মুদি ডুবি থাকা সেই ৰঙীন স্বপ্নত, কোনো নাহে তোমাৰ স্বপ্নৰ জাল ছিন্নভিন্ন কৰিবলৈ”। মানে তুমি তোমাৰ ৰুমত সোমাই তোমাৰ পাঠ্য পুথি পঢ়া, গল্প, কবিতা পঢ়া বা ৰচা নাইবা কাৰোবাৰ চিঠি পঢ়া, কাৰোবালৈ চিঠি লিখা এই সকলোবোৰ কামেই তোমাৰ ৰুমটোৰ ভিতৰত একেবাৰে ব্যক্তিগত আৰু গোপনীয়। কিন্তু এনে এটা সুবিধা পোৱাৰ বাবেই নিজকে অনবৰতে একেবাৰে বাহিৰৰ পৰিবেশ, পৰিস্থিতিবোৰৰ লগত সঘনাই আৱদ্ধ ৰখাটো একেবাৰে ভাল নহয় কিয়নো তোমাৰ প্ৰাইভেট ৰুমটোৰ ভিতৰত সোমাই পৰিয়ালৰ চকুত ধুলি মাৰি তুমি তোমাৰ পাঠ্যক্ৰমৰ কাম কৰিছো বুলি যদি অনবৰতে তোমাৰ মনটো এনেবোৰ বাহিৰা কথাত আৱদ্ধ ৰাখা তেন্তে তোমাৰ আচল উদেশ্য সফল নহব কাৰণ প্ৰেম ভাল পোৱা জাতীয় গল্প, উপন্যাস পঢ়া আদিত ব্যস্ত থাকিলে নিজৰ পঢ়া ধ্বংস হব আৰু তাৰ পৰিনাম হিচাপে তুমি তোমাৰ আহি থকা পৰীক্ষাতেই ফলাফল জানিব পাৰিবা। গতিকেই যৌৱনৰ এনে-বোৰ সময়ত নিজকে সদায় সতৰ্ক কৰি ৰখাটো প্ৰত্যেক যুৱক যুৱতীৰে কৰ্ত্তব্য। তুমি ধৰি লব লাগিব যে ‘মোৰ প্ৰধান কাম পঢ়া আৰু এই পঢ়াক উৎসাহিত কৰিবৰ বাবেই হয়তো মোৰ জীৱনলৈ চাপি অহা সেই লৰাজনৰ মৰম, ভালপোৱা মোৰ ভৱিষ্যত জীৱনৰ উন্নতিৰ এক প্ৰধান উৎস।’ এনে ধৰণৰ উৎসৰ পৰাও কিন্তু নিজৰ ব্যক্তিগত জীৱনৰ বহুতো উন্নতি কৰিব পাৰে, পঢ়া শুনাত ৰাপ আনিব পাৰে, জীৱনলৈ এক ‘চ্যালেঞ্জ’ ভাব আহি পৰে—ফলত নভবা কথা এটাও কেতিয়াবা সম্ভৱ হৈ উঠিব পাৰে। কাৰণ এনেধৰণৰ প্ৰত্যক্ষ প্ৰেমে জীৱনক উৎসাহিত কৰে, আনন্দ দিয়ে আৰু কোনো গল্প, কবিতা নাইবা উপন্যাসৰ পৰা পোৱা পৰোক্ষ প্ৰেমেও মানুহৰ জীৱনলৈ কিনা নহয় কিবা এটা পৰিবৰ্ত্তন আনিব পাৰে। সেয়েহে এইবোৰ জীৱনৰ এক লাগতিয়াল বস্তু। যিমানেই প্ৰেমৰ গল্প, কবিতা বা

উপন্যাস পঢ়া— ত্যৰ পৰা যে তুমি কোনো শিক্ষা গ্ৰহণ কৰিব নোৱাৰিবা তাক তুমি কব নোৱাৰিবা। এনেবোৰ কিতাপৰ লিখনীৰ পৰা পোৱা সাহিত্যৰ ৰূপ চৰ্চ্চাই তোমাকো সাহিত্যৰ ফালেই আগুৱাই নিব। সমাজৰ বহু কথাই তোমাৰ জ্ঞাতহৈ পৰিব। বিভিন্ন পৰিবেশ, পৰিস্থিতিৰ কথাবোৰ জানিব পাৰিবা কাৰণ প্ৰত্যেকটো গল্প, কবিতা, প্ৰবন্ধ, উপন্যাস—এই সমাজক লৈয়ে সৃষ্টি কৰা— হয়তো তোমাৰ মোৰ সমাজখনৰ পৰিবেশটো তাত বৰ্ণনা কৰা নাই কিন্তু আমাৰ দৰেই আন এখন ৰাজ্যৰ বা দেশৰ পৰিবেশ এটাকে এইবোৰৰ মাজেৰে প্ৰকাশ কৰিছে—কিয়নো সাহিত্য সমাজক বাদ দি সৃষ্টি হব নোৱাৰে বিভিন্ন সমাজৰ বিভিন্ন চৰিত্ৰ-পৰিবেশ আদিক কেন্দ্ৰ কৰিয়ে সাহিত্যই গা কৰি উঠিছে— কবি, লিখকৰ মনৰ চালুকীয়া চিন্তাধাৰাইও উচ্চ চিন্তাৰ খেৰাকি বিচাৰি পাইছে। কিন্তু সাহিত্যক এনেদৰে উচ্চ পৰ্য্যায়লৈ আগুৱাই দিয়াত পুৰুষ বা মহিলাৰ কোনো পাৰ্থক্য নাই। পাৰ্থক্য মাত্ৰ মনৰ চিন্তাৰ। গতিকে তুমিও সাহিত্য চৰ্চ্চা কৰিব পাৰা, ৰচনা কৰিব পাৰা, ধুনীয়া শুৱলা ভাষাৰে লিখনীৰে সাহিত্যৰ মান উন্নত কৰিব পাৰা আৰু ইয়াকে কৰিলে তোমাৰ মনৰ পৰিসৰো বহুত বাঢ়িব, বিভিন্ন সমাজৰ বিভিন্ন পৰিস্থিতিৰ, পৰিবেশৰ আৰু আচৰণৰ কথাও জানিব পাৰিবা। বিভিন্ন জাতি, উপজাতিৰ এনে সামাজিক পৰিস্থিতিবোৰ জানিয়ো জানো মানুহৰ ভাল নালাগে? মানে সমাজৰ ৰীতি-নীতিবোৰ, আৰ্থিক দিশৰ পৰিবেশবোৰ আৰু শাসন প্ৰণালীৰ ইতিবৃত্তিবোৰ সাহিত্যৰ মাজেৰে জনা যায়। আদিম যুগৰ সাধাৰণ সমাজ এখনৰ এনেবোৰ পৰিস্থিতিকে কেন্দ্ৰ কৰি লাহে লাহে সাহিত্যৰ সৃষ্টি হ'ল আৰু সাহিত্যৰ সৃষ্টিৰ লগে লগে এই পৰিবেশবোৰেও ভাগ ভাগ হৈ যাবলৈ সুবিধা পালে যেনে সমাজৰ ৰীতি নীতিবোৰে সমাজ নীতি, আৰ্থিক দিশৰ পৰিস্থিতিয়ে অৰ্থনীতি, আৰু ৰজাঘৰীয়া শাসন প্ৰণালীৰ নীতি সমূহে ৰাজনীতি আদি বিভিন্ন ভাগত ভাগ হ'ল। অৱশ্যে ৰাজনৈতিক সাহিত্যই

ব্যদ দিব পাৰিলেও সমাজনীতি আৰু অৰ্থনীতিক সাহিত্যই বাদ দিব নোৱাৰে। আৰু সাহিত্য ৰচনা কৰিবলৈ গৈ ৰাজনীতিৰ কথাবোৰ আলোচনা কৰিবলৈ গলে সাহিত্যইও বেলেগ দিশলৈ ঢাল খায়। ৰাজনীতি মযো ভাল পাওঁ কিন্তু সাহিত্যৰ ক্ষেত্ৰত মই ৰাজ-নীতিৰ বিষয়টো একেবাৰে আতৰাই ৰাখো কাৰণ ৰাজনীতিয়ে সাহিত্যৰ মানদণ্ড উচ্চ কৰিব নোৱাৰে বৰঞ্চ সাহিত্যক ধ্বংস কৰি কিবা এক বিকৃত ৰূপতে পেলাব গৈ পাৰে। কিন্তু সমাজৰ বিভিন্ন ৰেহ ৰূপ বোৰে, খাল-বিল নদ-নদী পাহাৰ, পৰ্ব্বত আৰু আচাৰ ব্যৱহাৰ বোৰে সাহিত্যৰ ৰূপ-চৰ্চ্চাত যথেষ্ঠ সহায়কহে হয়— এইবোৰৰ অনুৰূপ বৰ্ণনা সুৰীয়া ভাষাৰে উচ্চ চিন্তাৰ দ্বাৰা প্ৰয়োগ কৰা উন্নতমানৰ শব্দ প্ৰয়োগ কৰি ৰচা বাক্যবোৰে সাহিত্যৰ মানদণ্ড পুষ্ট কৰে। গতিকেই সামাজিক পৰিবেশবোৰক কেন্দ্ৰ কৰি উচ্চ গভীৰ সাহিত্য লিখিবলৈ চেষ্টা কৰাটোও মানুহৰ বাবে এক প্ৰকৃত গুণ। সি লাগিলে কাৰোবাক অনুকৰণ কৰিয়ে হওঁক নাইবা নিজৰ চেষ্টাতে হওঁক-- মুঠতে উচ্চ গভীৰ সাহিত্যৰ মানদণ্ড লাভ কৰিব পাৰিলেই হব। বহুতে কিন্তু কোনোবাই কাৰোবাক অনুকৰণ কৰিলেও নানান সমা-লোচনা কৰে— কিন্তু প্ৰকাৰন্তে কোনেও কাকো অনুকৰণ নকৰাকৈ, কাৰো আৰ্হি নোলোৱাকৈ জানো সাধাৰণতে মানুহে এইটো পৰ্য্যায়ত উপনীত হব পাৰিছে? পৃথিবীৰ বিভিন্ন দেশৰ বিভিন্ন ভাষা-সাহিত্যৰ ওপৰত ভিত্তি কৰিয়ো বহুতে বহু উচ্চমানৰ সাহিত্য লিখিবলৈ শিকিছে। ধৰিলোৱা ইংৰাজী, ফৰাচী, পাৰ্চী, উৰ্দ্দু আদি ভাষাৰ বিভিন্ন সাহিত্যৰ ৰূপ অনুকৰণ কৰিয়ো আমাৰ ভাৰতীয় বহু ভাষাৰ মানদণ্ড উচ্চ হৈছে— পুষ্ট হৈছে। আমাৰ ভাৰতীয় হিন্দী ভাষাৰ সুৰলা বাক্যবোৰ বাৰু বিশ্লেষণ কৰি চাবাচোন আমাৰ অসমীয়া ভাষাতকৈ কিমান উন্নত আৰু সুৰলা। গতিকে অনুকৰণ কৰি নিজৰ ভাষা সাহিত্যৰ গা গুছ ভাল পৈনত কৰি তুলিব পাৰিলেও সেইজন সাহিত্যিকৰ, কবিৰ, গল্প কাৰকৰ বা উপন্যাসিকৰ মানদণ্ড বৃদ্ধি হয়,

ইয়াৰ বাবেই ১৯৭৬ চনৰ ২১ মেত ধিং সাহিত্য সভাৰ দ্বাৰা প্ৰতি-ষ্ঠাপিত ৰত্নকান্ত বৰকাকতী দেৱৰ স্মৃতিত বনোৱা "ৰত্ন ভৱন" টোৰ প্ৰতিষ্ঠা দিৱসত অসম সাহিত্য সভাৰ আগবাকী সভাপতি শ্ৰীযুত যজ্ঞেশ্বৰ শৰ্ম্মাদেৱে তেখেতৰ সিদিনাৰ সভাখনৰ সভাপতিৰ ভাষণ প্ৰসঙ্গত কৈছিল— যে ৰত্নকান্ত বৰকাকতী দেৱৰ লিখনিক সেই সময়ত কোনো কোনো লোকে বিশ্বকবি ৰবীন্দ্ৰ নাথ ঠাকুৰৰ অনুকৰণ বুলি কৈছিল— কিন্তু মই কওঁ যে যদি বৰকাকতীদেৱে বিশ্ব কবি গৰাকীৰ কিবা আহিঁ গ্ৰহণ কৰিছিল তেন্তে তেওঁ ঠিকেই কৰিছিল— কাৰণ এনে এজন প্ৰতিভাশালী— বিশ্ব কবিৰ লিখনিক অনুকৰণ কৰিব পৰাটোও এটা প্ৰকৃত শিক্ষা। সেইহেন লিখক বা কবিৰ লিখনীক অনুকৰণ কৰিব নোৱাৰাটোহে মই ভুল বুলি ভাবো।" ময়ো জানা এই ক্ষেত্ৰত একমতকে পোষণ কৰো। কাৰণ যদি সাহিত্যৰ ক্ষেত্ৰত ইয়াক ভুল হোৱা বুলি ধৰি লোৱা হয় তেন্তে তুমি চিন্তা কৰি চোৱা আমাৰ জীৱনৰ আৰম্ভনিৰে পৰা জানো আমি আমাৰ ডাঙৰ সকলক অনুকৰণ কৰি কৰিয়ে আজি এই অৱস্থা পোৱাহি নাই ? খোৱা-বোৱা, ফুৰা-চকা, খেলা-ধুলা, পঢ়া-শুনা আদিকে ধৰি সকলো কামতে আমি আমাৰ জ্যেষ্ঠজনক অনুকৰণ কৰি আহিছো অৱশ্যে যি সকলে আমাৰ জ্যেষ্ঠ হৈয়ো সমাজত ভাল আদৰ্শ দেখুৱাব পৰা নাই তেওঁক আমি অনুকৰণ কৰা নাই— যি সকলে সমাজত প্ৰতিষ্ঠা হব পাৰিছে, সি সকলে তেখেত বিলাকৰ আত্মপৰিচয় বা তেখেতৰ প্ৰতিভাৰ দ্বাৰা আমাৰ সমাজত পৰিচিত হৈছে সেই সকলক আমি অনুকৰণ কৰিয়ে আহিছো আৰু আমাৰ শিক্ষা-গুৰু সকলকে ধৰি পিতৃ মাতৃ আৰু আন আন জ্যেষ্ঠসকলেও আমাক সেই একে উদাহৰণকে সকৰ পৰা দি আহিছে যে আদৰ্শবান পুৰুষৰ আদৰ্শৰে তুমিয়ো আগবাঢ়া— তেতিয়াহে জীৱনত উন্নতি কৰিব পাৰিবা— গতিকে এজন প্ৰতিভাবান, আদৰ্শবান ব্যক্তিক যদি আমি অনুসৰণ কৰিব পাৰো তেন্তে তেওঁৰ লিখনীক অনুকৰণ কৰাটো

জানো আমাৰ ভুল হব ? হব, যদিহে সেই লিখনিত আমাৰ নিজস্ব একো নাথাকে— হয়হে সেই ব্যক্তি গৰাকীৰ লিখনীকে মই বা আমি আমাৰ নামত প্ৰকাশ কৰো। গতিকে অন্য কোনো ভাষাৰ উচ্চ মানৰ সাহিত্যক অনুকৰণ কৰি নিজ ভাষাৰ মানদণ্ড উন্নত কৰিব পৰাটোও এক প্ৰকৃত শিক্ষা। ইয়াক সকলোৱে সমাদৰহে কৰা উচিত কাৰণ ভাষা, সাহিত্য আৰু কলা, সংস্কৃতিয়েহে জাতিটোৰ মানদণ্ড উন্নত কৰে— এই বিষয়ে অৱশ্যে মই বেছিকৈ তোমাক কব বিচৰা নাই যিহেতু তুমি সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা দেৱৰ সাহিত্য সভাৰ সভাপতিৰ ভাষণৰ পৰা একাংশ উদ্ধৃত কৰি দিয়া হাইস্কুলৰ নৱম শ্ৰেণীতে পঢ়ি আহিছা "সাহিত্যই জাতিৰ দাপোন স্বৰূপ" নামৰ প্ৰবন্ধটো, যত লক্ষ্মীনাথ বেজবৰুৱাদেৱে সাহিত্যৰ এক প্ৰকৃত বৰ্ণনা দাঙি ধৰিছে। গতিকে মই তোমাকো এনেবোৰ উপদেশকে মোৰ এই চিঠিবোৰৰ মাজেৰে দিব বিচাৰিছো কিন্তু তাৰবাবে তুমি মোক কি ভাবে লৈছা মই নিজেই নাজানো। তথাপি মই যিহেতু তোমাক কবলৈ বা তোমালৈ লিখিবলৈ সুবিধা পাইছো সেয়ে মই লিখিমেই। ইয়াত নাৰী-পুৰুষৰ পাৰ্থক্য নাই। সাহিত্যক উন্নতমানত স্থান দিবলৈ যিয়ে চেষ্টা কৰিব সিয়ে সমাজৰ প্ৰিয়পাত্ৰ হব, পৰিচিত হব হয়তো জীয়াই থকাৰ অৱস্থাত নিজ নিজ ভেমৰ বাবে তোমাক এনে আদৰণি জনাব নিবিচাৰিলেও মৃত্যুৰ পাচত সমাজত তুমি এৰি থৈ যোৱা সেই লিখনী বিলাকেই পুনৰ সমাজৰ মাজলৈ তোমাক টানি আনিব আৰু তেতিয়া হয়তো তোমাৰ গুণানুকীৰ্ত্তন কৰিব, শলাগিব—নানান ভাষাৰে তোমাৰ গৌৰব বিস্তাৰ কৰিব। আৰু তোমালোকৰ দৰে নাৰীয়ে যদি এনেবোৰ গুণৰ অধিকাৰী হব পাৰা তেন্তেতো কথাই বেলেগ— তোমালোকক কবিতাৰ বাণী কৰি বৰ্ণনা কৰিব— কিন্তু সুৰটো সকলোবোৰ নাৰীৰ গালৈ ঢাল খোৱাটোহে উপযুক্ত নহয় ইয়াৰ কাৰণ তুমি 'হেম বৰুৱা দেৱৰ 'ভলসৰা' নামৰ কিতাপ খনৰ "সমাজত নাৰীৰ স্থান" নামৰ প্ৰবন্ধটো পঢ়িলেই বুজিব পাৰিবা।

তাত তেখেতে লিখিছে— ''কবিতাত বা সাহিত্যত মাতৃজাতিৰ গুণগান কৰা এক কথা আৰু বাস্তৱ ক্ষেত্ৰত নাৰীৰ সমুচিত স্থান নিৰূপন কৰা আন এটা কথা। ইতিহাসৰ কথা ফঁহিয়াই চালে চকুত পৰিব – কিদৰে আদিম যুগৰ পৰা নাৰীক কবিতাৰ ৰাণী সজাৰ বাহিৰে আন সকলো ক্ষেত্ৰতে উপেক্ষা কৰি অহা হৈছে। কবিৰ প্ৰিয়তমা বা কবিতাৰ ৰাণীহৈ অমৰত্ব লভা নাৰীৰ সংখ্যা অতি কম— দুই এগৰাকী নাৰীৰ মাপ কাঠিৰে সমূহ নাৰী সমাজৰ অৱস্থাৰ কথা জুখিব নোৱাৰি। এনেদৰে জুখিবলৈ চেষ্টা কৰাটো ভুল অঙ্ক হব।" এই সম্পৰ্কতো মই তোমাক আৰু বেছিকৈ বিশ্লেষণ কৰি বুজাব বিচৰা নাই। মুঠতে ধৰি লবা সাহিত্য সংস্কৃতিক এটা জাতিৰ দাপোন হিচাপে প্ৰতিষ্ঠিত কৰিব পৰা ব্যক্তি গৰাকীৰ প্ৰতিজ্ঞাও সেই জাতিটোৰ আগত কম মহান নহয়। আমাৰ অসমতো যে সাহিত্য সৃষ্টিত এনে ব্যক্তি নাই বা আগতেও নাছিল তাক দুই কৰিব নোৱাৰি। কাৰণ অতি পুৰণি কালতে ভাৰতবৰ্ষত প্ৰতিষ্ঠিত (বৰ্ত্তমান বিহাৰত) নালন্দা বিশ্ববিদ্যালয়ৰ আচাৰ্য্য গৰাকীয়ো হেনো আমাৰ অসমৰে আছিল — এই কথাটো অৱশ্যে ময়ো অনিৰুদ্ধই লিখা 'মৈদাম' নামৰ কিতাপ খনতহে পাইছো তেখেতে তাত লিখিছে "আমি কিমানে জানো যে নালন্দা বিশ্ববিদ্যালয়ৰ আচাৰ্য্য শীলভদ্ৰ অসমৰ লোক আছিল। যেতিয়ালৈকে মই চৰ্দ্দাৰ পনিকৰৰ "এ চাৰ্ভে অফ ইণ্ডিয়ান হিষ্ট্ৰী" নামৰ কিতাপখন পঢ়া নাছিলো তেতিয়ালৈকে ভাবিব পৰা নাছিলো যে সেই সময়তো অসম ইমান আগবঢ়া আছিল।" মানে অতীজতে যদি অসমৰ শিক্ষা উন্নত নাছিলেই তেন্তে এনে এজন ব্যক্তিয়ে নালন্দাৰ দৰে অতি পুৰণি কালৰ বিশ্ববিদ্যালয় খনৰ আচাৰ্য্য পদটি পাইছিল কেনেকৈ? ইয়াৰ পৰাই আমি বুজি পাইছো যে তেতিয়াতে সম্ভৱ অসমৰ মানুহৰ কোনো নিৰ্দ্দিষ্ট সম্প্ৰদায় বা গোষ্ঠীৰ অসমৰ বাহিৰৰ ৰাজ্যবোৰৰ লগত সম্পৰ্ক আছিল আৰু এই সকলৰ মাজত বিভিন্ন ভাষাবো চৰ্চ্চা হৈছিল—গতিকেই আমি ইয়াৰ পৰা এইটোকে

বুজিব লাগিব যে আমি বিভিন্ন ভাষা জ্ঞানো আয়ত্ব কৰিব লাগে কাৰণ একেটা ভাষাতে আবদ্ধ থাকিলে আন আন ৰাজ্য, দেশৰ জাতি গোষ্ঠীৰ চৰিত্ৰ, কলা কৃষ্টিৰ কথাবোৰ সহজে জনাত অসুবিধা হয় ভাষা সাহিত্যৰ পৰিষৰ বঢ়াব নোৱাৰি- নিজৰ ভাষাটোকে লৈ আত্ম গৌৰৱহে কৰা হয় আৰু শেষত তাৰ পৰিণতি আকাশত চাং পতাৰ দৰেহে হয় কাৰণ কি জানা ? শ্ৰীবীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্যদেৱে তেখেতৰ 'সীমাই আমনি কৰে' নামৰ কিতাপখনত এটা কথা লিখিছে— "সকলো নগা গোষ্ঠী মিলি এবাৰ স্বৰ্গলৈ যাবলৈ জখলা বান্ধিছিল। ভগৱানে নসহিলে। প্ৰত্যেক গোষ্ঠীৰে মুখত বেলেগ বেলেগ ভাষা দিলে। ফলত এটা গোষ্ঠীৰ ভাষা ইটো গোষ্ঠীয়ে বুজি নোপোৱা হ'ল। কাম কৰা টান হৈ পৰিল। ফলত স্বৰ্গলৈ জখলা বন্ধা আৰু নহল।" ইয়াৰ পৰা বাৰু তুমি কি বুজিলা ? পৃথিৱীত নিজৰ ভাষাটোকে ডাঙৰ আৰু এই ভাষাটোৰ দ্বাৰাই পৃথিবীৰ চুকে কোনে সকলোতে অধিপাত্য বিস্তাৰ কৰিব বিচাৰিলে ভুল কৰা হব— ই এক অসম্ভৱ আৰু অবাস্তৱ ধাৰণা হোৱাৰ বাহিৰে আন একো নহব। সেয়েহে নিজৰ ভাষাটো জনাৰ বাহিৰেও নিজ দেশৰ আন দুই চাৰিটা ভাষাৰ জ্ঞান প্ৰত্যেকজন ব্যক্তিৰে থকাৰ প্ৰয়োজন. দৰ্কাৰ। কিন্তু তাকে কৰিবলৈ লাজ পোৱা বা শিকিবলৈ অৱহেলা কৰা নাইবা সেই ভাষাক তাচ্ছিল্য কৰাটো আমাৰ সকলোৰে প্ৰতি দোষনীয়। আমি এনেবোৰ মনোভাব পোষণ কৰিব নালাগে। নিজ দেশৰ ভাষাৰ ওপৰিও বিদেশী ভাষাৰ চৰ্চা কৰাটোও অতি প্ৰয়োজনীয়। আমাৰ সমাজে কিন্তু এই কথাষাৰত বহুদিন আগৰে পৰাই অৱহেলা কৰি আহিছে আৰু আজি কুৰি শতিকাৰ শেষ ভাগলৈকেও সমাজত এনেবোৰ নিচ মনোবৃত্তি অটুট ৰাখিছে। ধৰিলোৱা আমাৰ অসমৰ পৰা যদি আমি বাহিৰ ওলাই যাওঁ —পশ্চিমফালে পশ্চিমবঙ্গ পালেই উত্তৰ বঙ্গৰ প্ৰায় আটাইবোৰ মানুহকে দেখা যায় যে তেওঁলোকে একে লগে বঙালী, নেপালী, ভোজপুৰী, বিহাৰী, হিন্দী আদি বহু কেইটা

ভাষাই ভালকৈ জানে আৰু কব পাৰে। আৰু অলপ আগুৱাই পশ্চিমবঙ্গৰ পশ্চিম অঞ্চল পালে উৰিষ্যা ৰাজ্যৰ কাষৰ মানুহবোৰক দেখা যায় যে তেওঁলোকে বঙালী, বিহাৰী হিন্দী, উৰিয়া আদি ভাষা জানে আৰু কব পাৰে তেনেকৈ যদি আমি উৰিষ্যা ৰাজ্যৰ পশ্চিমফালে আগুৱাই যাওঁ তেন্তে দেখা যাব যে সেই সকল মানুহে উৰিয়া, তেলেগু, তামিল আদি বিভিন্ন ভাষা জানে আৰু ৰাষ্ট্ৰীয় ভাষা হিন্দীতো অভিজ্ঞতা আছে— কিন্তু আমাৰ সমাজত মানুহে আন ভাষা শিকিলে লাজ দিয়ে— অতীজতে থকা অসমীয়া মানুহৰ মনোভাবৰ দৰে আজি সম্পূৰ্ণ এশবছৰৰ পাচতো আমাৰ সমাজে ভাৰতীয় আন ভাষা কোৱা লোক সকলক থোৰতে 'বঙাল' আখ্যা দিয়ে। অসমত এইবোৰ ভাষা শিক্ষা কৰাৰ সুবিধা এতিয়া নাই বুলিও কব নোৱাৰি কিন্তু মানুহৰ ধাউতি কম; গুৰুত্ব দিয়ে একমাত্ৰ — ইংৰাজী ভাষাক — তাৰ বাহিৰে ভাৰতীয় ভাষাসমূহ যেনে বঙালী, বিহাৰী, হিন্দী, উৰিয়া আদি ভাষাক আমাৰ সমাজে প্ৰাধান্য নিদিয়ে। এক ঠেক মনোবৃত্তিৰ বাবেই আমাৰ অসমৰ মানুহে অসমৰ বাহিৰৰ ৰাজ্য সমূহলৈ যাবলৈ ভয় কৰে— ইয়াৰ কাৰণ একমাত্ৰ ভাষা নজনাৰ কাৰণ। কিন্তু আমাৰ গাতে লাগি থকা বঙালী মানুহ সকলে কিন্তু নিজ ভাষাৰ বাহিৰেও আন কেইবাটাও ভাষা জানে আৰু বিশেষকৈ হিন্দী ভাষাটো সকলোবোৰেই প্ৰায় ভালকৈ কব পাৰে—আৰু তাৰ ফলতেই এওঁলোকে নানাবিধ কাৰণত বিশেষ উন্নতি কৰিব পাৰিছে। এতিয়া পুনৰ চোৱা! আমি ভাৰতবৰ্ষত বাস কৰো। ভাৰতবৰ্ষ আমাৰ দেশ অথচ আমি ভাৰতবৰ্ষৰ ৰাষ্ট্ৰীয় ভাষা হিন্দী ভালকৈ কব নোৱাৰো। এই ৰাষ্ট্ৰীয় ভাষাটো স্পষ্টকৈ কব নোৱাৰাৰ কাৰণেই আমাৰ জাতীয় উন্নতিতো বহু বাধাগ্ৰস্ত হৈছে— স্বাধীনতাৰ প্ৰায় আঠৈকুৰি বছৰৰ পাচতো আমাৰ ৰাজ্যখনৰ উন্নতি নাই আৰু আমি এতিয়াও এই সম্পৰ্কত হাত সাবটিছে বহি থাকিব বিচাৰিছো। ইয়াৰ বাবে মই ভাবো আমি আনক দোষ দি লাভ নাই—আমি আটাইয়ে ইয়াৰ বাবে সমানে

দায়ী। কাৰণ স্বাধীনতাৰ পাচৰ পৰাই আমি যিকেইজন অসমৰ প্ৰতিনিধি দিল্লীলৈ পঠাইছো সেই আটাই কেইজনেই ভালকৈ হিন্দী কব নোৱাৰে আৰু ভালকৈ বুজিয়ো নাপায়। তাৰ বাবেই কেন্দ্ৰই অসমৰ পৰা সকলো সুবিধা আন ৰাজ্যলৈ কটিয়াই নিব পাৰিলে। কাৰণ সেই সকল প্ৰতিনিধিয়ে হিন্দী ভাষা নজনাৰ কাৰণেই ইউ. পি. বিহাৰ, দিল্লী, পাঞ্জাৱৰ কেন্দ্ৰীয় মন্ত্ৰী সকলে আমাৰ প্ৰতিনিধি সকলক নানা কথা কৈ সেইকেইজন প্ৰতিনিধিৰ ব্যক্তিগত মুনাফা হোৱাকৈ কিছুমান আচনি তেওঁলোকৰ আগত দাঙি ধৰিলে আৰু আমাৰ প্ৰতিনিধি সকলে ভালকৈ কথাটো বুজি পোৱা নাই বুলি কবলৈকো লাজ পায় নিজৰ পাৰদৰ্শিতা দেখুৱাবলৈ সেইবোৰ আচনিত হয়ভৰ দি অসমৰ সুবিধাবোৰ অসমৰ স্বাৰ্থৰ পৰিপন্থী কৰি তোলাত সহায় কৰিলে। কাৰণ তেওঁলোকে হিন্দীতে বা ইংৰাজীতে এই কেন্দ্ৰীয় মন্ত্ৰীসকলক স্পষ্টকৈ বাধা প্ৰদান কৰিব নোৱাৰিলে— অকল আগৰ সেইসকল প্ৰতিনিধিয়ে নহয় এতিয়াও আমাৰ অসমৰ প্ৰতিনিধি সকলে ভালকৈ হিন্দী ভাষা কব নোৱাৰে বাবেই অসমৰ বাহিৰৰ ৰাজ্য সমূহৰ সভা সমিতিবোৰত ভাষণ দিব নোৱাৰে আনহাতে ইংৰাজীতো স্পষ্টকৈ কব নোৱাৰাৰ বাবে আমাৰ অসমৰ প্ৰতিনিধি সকলৰ বিশেষ অসুবিধা হয় আৰু ফল স্বৰূপে আমাৰ গোটেই ৰাজ্যখনেই অধোন্নতিৰ কবলত পৰিছে। কিন্তু ইয়াৰ বাবে সেইসকল প্ৰতিনিধিয়েই অকল দায়ী নহয় দায়ী আমি সকলো ৰাইজ। আমি সকলোৱে দোষী। এনে এজন ব্যক্তিক ভোট দি জয়ী কৰি প্ৰতি-নিধি হিচাপে দিল্লীলৈ পঠাইছো কাৰণেই তেওঁ দিল্লী তথা আন আন ৰাজ্যসমূহত স্পষ্টভাৱে আমাৰ অসমৰ সমস্যা তথা উন্নতি মূলক আলোচনা সমূহ হুবহু প্ৰকাশ কৰিব নোৱাৰে আৰু সেয়েহে 'নাম গছত খেৰগছ' কৰাৰ দৰে কেন্দ্ৰীয় চৰকাৰে আমাক আজি পৰ্য্যন্ত পৰিচালিত কৰিছে। সেয়েহে আমি বোধজ্ঞানহীন লোকসকলেই ইয়াৰ বাবে সমানে দায়ী কাৰণ আমি বিবেচনা কৰিব নোৱাৰো যে

সেই ব্যক্তি গৰাকী দিল্লীৰ বাবে উপযুক্ত হয় নে নহয়। এনে ধৰণৰ কাৰণ আমাৰ মাজতে বহু আছে— মুঠতে আমি সকলোৱে প্ৰথমে ভাষা শিকাৰ ওপৰত গুৰুত্ব দিয়াটোৱেই প্ৰধান কৰ্তব্য। কাৰণ ভাষা নাজানিলে আমি আটায়ে আন আন ৰাজ্যসমূহত অসুবিধা ভোগ কৰিব লগীয়াটো স্বাভাৱিক। —আজি কালি অৱশ্যে আমাৰ ৰাজ্যখনত এই ভাষাৰ ওপৰত ক্ৰমান্বয়ে প্ৰভাৱ পৰিছে আৰু দেশ খনৰো বহুতো যুৱক-যুৱতীয়ে বিদেশৰ শিক্ষা আহৰণ কৰিব পৰাকৈ ভাৰতীয় ভাষাৰ ওপৰিও ফৰাচী, জাৰ্ম্মানী, ৰাচিয়ান আদি বহু বিদেশী ভাষা শিকাত আগ্ৰহ প্ৰকাশ কৰিছে।

এতিয়া শুনা! তুমি কৰা প্ৰশ্নৰ উত্তৰ সাপেক্ষে তুমি নিশ্চয় জানিব পাৰিলা যে প্ৰেমৰ মাজেৰেও যুৱক-যুৱতীয়ে ইচ্ছা কৰিলে বহুতো শিক্ষা আহৰণ কৰিব পাৰে। প্ৰেম কৰিলে যে কেৱল প্ৰেমৰে আলোচনা কৰিব লাগিব নাইবা লেতেৰা মনোভাবকে প্ৰকাশ কৰিব লাগিব তাক মই কব নিবিচাৰো। বহুত প্ৰেমিকে অৱশ্যে বহু প্ৰেমিকাকে নানান লেতেৰা কথাও লিখাৰ স্বভাৱ আছে বুলিয়ো আমি অনুমান কৰিব পাৰো। কিন্তু সেই কথাখিনিকে যদি তুমি তোমাৰ উচ্চ চিন্তাৰ দ্বাৰা ভালভাবে বুজাই দিব পাৰা তেন্তে তেওঁৰ মনৰ চিন্তা ধাৰাও এদিন হলেও সলনি হব— তাৰ এটা উদাহৰণ মই তোমাক ইয়াৰ মাজেৰেই দিব বিচাৰিছো— মানে বহু দিনৰ আগতে মোৰ কেইবাজনো অন্তৰঙ্গ বন্ধু আছিল। সকলো সদায় সমানে একে স্বভাৱৰ নহয় বুলি তুমি নিশ্চয় জানা। এই বন্ধু কেইজনৰ ভিতৰত এজন বৰ ৰসিক আছিল। কিন্তু তেওঁ লেতেৰা কথাবোৰ কোৱাত বৰ পাকৈত। অনবৰতে লেতেৰা লেতেৰা গাজাবোৰ কয় আৰু অসভ্য মাত কেইটা উচ্চাৰণ নকৰিলে তেওঁ কথাই কব নোৱাৰিছিল। এদিন আমি সেই বন্ধুজনৰ সৈতে তিনিজন এঠাইত ৰহিছিলো আৰু সি আমাৰ কথাৰ মাজত সেই লেতেৰা গাজাবোৰ কোৱা আৰম্ভ কৰি দিলে। পাচত আমাৰ প্ৰয়োজনাকে সি এটা প্ৰশ্ন কৰিলে— বাৰু তহঁতে ক'চোন

নাৰীৰ স্বাধীনতা ক'ত ? আমি দুয়োটাই নাজানো বুলি তাকে সেই প্ৰশ্নটোৰ উত্তৰটো দিবলৈ কোৱাত সি একে উশাহে কলে— ক'ত জানিছা ? সন্তান জন্ম দিয়াত। ইয়াৰ বাহিৰে নাৰীৰ আৰু কৰবাত স্বাধীনতা আছে বুলি মই কব নোৱাৰো। তাৰ কথাত আমি দুয়োজনে সমানে হাঁহিলো। সি ওলোটাই আমাক ধমকি দি কলে – তহঁতে হাঁহাৰ বাহিৰে আন একো নাজান বুজিছ! তহঁত হলি গাধ। তহঁতৰ চকুৰ আগতে মই আজিলৈকে কিমানজনীক এই স্বাধীনতা দিলো তহঁতে কি বুজিবি ?

নালাগে বুজাব। আমি গাধই ঘোঁৰাৰ চেকুৰনীত সমানে দৌৰিব লাগিলে কৰবাত খুণ্ডা খাতল খাই নাইবা কাৰোবাৰ টাঙোন-কিল খাই ৰঙাঘৰতহে সোমাই থাকিব লাগিব বুজিছ ? গতিকে গাধই গাধৰ দৰে মনে মনে চিকাৰ কৰাই ভাল। কিন্তু তোৰ প্ৰশ্নটোৰ উত্তৰটো মই দিও শুন। ভালদৰে মনপুতি শুনিবি কিন্তু ! মই কলো— অৱশ্যে তই কোৱা কথাটোত একেবাৰে যুক্তি নোহোৱাও নহয়। আছে, কিন্তু সেইটো স্বাধীনতাৰ শাৰীত নপৰে। প্ৰকৃতিৰ নিয়মানুসৰি সেইটো নাৰীৰ স্বভাৱগত ধৰ্ম্মহে। কিন্তু আজিৰ সমাজত বৰ্ত্তমান নাৰীসকলে যি স্বাধীনতাৰ কথা কৈ সমগ্ৰ পৃথিৱী জুৰি আলোড়নৰ সৃষ্টি কৰিছে সেই স্বাধীনতা নাৰীৰ ধৰ্ম্মগত নহয়। ই সমাজৰ প্ৰচলিত নীতি-নিয়মৰ ওপৰত চলোৱা এক আন্দোলনহে; কাৰণ আজিৰ নাৰী সমাজে জানিছে যে পৃথিবীৰ প্ৰত্যেক দেশতে সাংবিধানীক আইন সমূহে পুৰুষৰ দৰে নাৰীসকলকো সমান অধিকাৰ দিছে। কিন্তু সাংবিধানীক স্বাধীনতা পাইছে বা আছে যদিও তেওঁ-লোকে পৰিয়ালৰ পৰা নাইবা সমাজৰ পৰা এই অধিকাৰ সমূহৰ পূৰ্ণ ব্যৱহাৰ কৰিব পৰা নাই। কাৰণ নাৰী প্ৰায় সকলোবোৰ সমাজতে বিভিন্ন কাৰণ বশতঃ পৰৰ অধীন হৈ থাকিব লগাত পৰে— সেয়ে হয়তো সাহিত্য প্ৰকাশনৰ দ্বিতীয় উপন্যাস প্ৰতিযোগীতাত প্ৰথম পুৰস্কাৰ প্ৰাপ্ত— ভগৱান শৰ্ম্মা দেৱৰ "মেৰঘৰ" নামৰ কিতাপ

খনত এইদৰে লিখিছে যে 'নাৰীৰ জীৱনত হেনো স্বাধীনতা বুলি বস্তু এটা নাই। নাৰী যৌৱন কালত পিতৃৰ অধীন, বিয়াৰ পিছত স্বামীৰ অধীন, বৃদ্ধাৱস্থাত সন্তানৰ অধীন। তেওঁলোকেই কৈছিল নাৰীৰ একমাত্র আদর্শ হেনো ত্যাগ, আত্মোৎসর্গ, পতিসেৱা আৰু সন্তানৰ পৰিচৰ্য্যাই তেওঁলোকৰ জীৱন।" —কিন্তু আজিৰ নাৰীয়ে পৰিয়ালৰ পৰাও স্বাধীনতা বিচাৰিছে, স্বাধীনতা জীৱনৰ এক বেলেগ উৎস বুলি গণ্য কৰিছে। যাৰ ফলত কোনো এটা পৰিয়ালত স্বামীয়ে স্ত্রীৰ সৈতে কেতিয়াবা সৰু সুৰা কথালৈ তর্ক-পেচাল কৰিলেই নাইবা মাৰ-পিট কৰিলেই - তিৰোতাজনীয়ে দাওদাওকৈ ঘৰৰ পৰা ওলাই গৈ পোনে পোনে পুলিচৰ ওচৰ পায়গৈ নাইবা কর্ট-কাছাৰীৰ মেজিষ্ট্রেটৰ ওচৰত উকিলৰ জড়িয়তে স্বামীৰ ওপৰত গোচৰ তৰেগৈ আৰু এনে ধৰণৰ গোচৰ পোৱা বিষয়াবর্গইও নইবা উকিল সকলেও টকাৰ কাৰণে কাজিয়া খনৰ মিমংসা কৰাতকৈ বেছিকৈহে উজালি দিয়ে - তিৰোতা গৰাকীক আইন কানুন দেখুৱাই দিয়ে আৰু কয়— 'তুমি ভালেই কৰিলা সি এতিয়া তোমাক ভৰণ পোষণো দিব লাগিব— সাম্পত্তিও দিব লাগিব আৰু এসেকা পাবও। ফলত প্রায়বোৰ সমাজতে আজি— এই ঘটনাসমূহ এইড্চ ৰোগৰ দৰে এক অচিন ব্যাধিতহে পৰিণত হৈছে-- কিন্তু সেই গৰাকী নাৰীয়ে চিন্তা কৰিব নোৱাৰে যে তেওঁৰ পৰিয়ালটোত স্বামীৰ দৰে তেওঁৰো সমান অধিকাৰ আছে— আৰু পৰিয়ালটোৰ সৰ্ব্বতো প্রকাৰৰ উন্নতি কামনা কৰা স্বামীৰ দৰে তেওঁৰো একে কর্তব্য। সেয়ে সৰু সুৰা কথাতে স্বামীৰ ওপৰত অসন্তোষ্ট হৈ পৰিয়ালটোলৈ অশান্তি কঢ়িয়াই অনাটো সেই গৰাকী নাৰীৰ কর্তব্য নহয়। এনেবোৰ অশান্তি পৰিয়াল-টোলৈ কঢ়িয়াই অনাৰ আগতেই নাৰী গৰাকীয়ে ধৈৰ্য্যৰে নিজে এবাৰ বিবেচনা কৰিচোৱাটো একান্ত প্রয়োজন। কিন্তু অবিবেচিত কিছু নাৰীসকলেই আজি সমাজত বিশেষকৈ এনেবোৰ অশান্তিৰ সৃষ্টি কৰিছে। আনহাতে এচাম নাৰীয়ে আজি কালি বাহিৰত কুৰি

ভাল পায় —পুৰুষৰ লগত সমানে সমানে 'বাৰ'ত দিনাৰৰ পাৰ্টি এটেণ্ড কৰা, ড্ৰিংক কৰা, ডেঞ্চ কৰা আদি কথাবোৰতহে এক শ্ৰেণীৰ উচ্চ শিক্ষিতা নাৰীয়ে স্বাধীনতা আছে বুলি ভাবি লৈছে— নিজৰ পৰিয়ালটো এনে কাৰ্য্যত ধ্বংসৰ মুখলৈ আগবাঢ়ি গলেও তেওঁ মাৰুতি কাৰ, এয়েচাডৰৰ পৰা পিচলৈ ভৰি দিব নিবিচাৰে। স্বামীৰ পৰিয়াল ধ্বংস হলেও হওঁক— তেওঁ 'বাৰ'ত সদায় যাওঁতে অমুক অফিচাৰজন নাইবা তমুক ব্যৱসায়ীজন লগ পাইছে নহয়; তেওঁলোকে বহু টকা খৰছ কৰে, মৰম কৰে, গাত ধৰি ডেঞ্চ কৰে, মাটন, চিকেনৰ পিচ্‌বোৰ মৰমেৰে মুখত তুলি দিয়ে, চুমা দিয়ে— তেওঁক এবাৰ কথা কলেই হব—বচ্‌ তেওঁৰ লগত গুচি যাম তই নাৰীৰ ইচ্ছানুযায়ী খোৱাব পিন্ধাব নোৱাৰিলে, উপাৰ্জন কৰাৰ পথ নাথাকিলে তিৰোতাক এনেবোৰ স্বাধীনতাৰ পৰা বঞ্চিত কৰাৰ অধিকাৰ তোৰ নাই নহয়। —এইবোৰ চিন্তা ধাৰাই আজি আমাৰ সমাজৰ নাৰী জাতিৰ বহুতৰ মাজতো বৰ বেয়াকৈ ঠাই পাইছে। কিন্তু সেই সকল তিৰোতাই বুজি নাপায় যে নিজৰ পৰিয়ালটোক ভালকৈ গঢ় দিবলৈ হলে সময়ত ব্যক্তিগত স্বাধীনতাকো নেওচা দি পুৰুষেই হওঁক নাইবা নাৰীয়েই হওঁক প্ৰত্যেকেই জীৱনত বহুতো কষ্ট স্বীকাৰ কৰিব লাগিব।

আনহাতে সংবিধানে প্ৰদান কৰা আন আন অধিকাৰ সমূহোতো নাৰীয়ে পুৰুষৰ দৰেই একেদৰে উপভোগ কৰি আছে। লিখা-পঢ়াত আজি কালি আমাৰ সমাজে বাধা দিয়া নাই, চাকৰি কৰিবলৈ আজি-কালি আমাৰ সমাজৰ কোনো পৰিয়ালে নাৰীক বাধা প্ৰদান নকৰে, পুৰুষৰ পচন্দতকৈ নাৰীৰ পচন্দইহে উত্তম বুলি ভাবি প্ৰত্যেকজন স্বামীয়েই স্ত্ৰী গৰাকীকহে বজাৰলৈ কাপোৰ-কানিকে ধৰি আন আন লাগতিয়াল বস্তুবোৰ কিনিবলৈ লগত লৈ যায়— মানে এইখিনি কামত নাৰীক হয়তো বৰ্ত্তমান পুৰুষতকৈ বেছি অধিকাৰ প্ৰদান কৰিছে— আমাৰ সমাজে। উপযুক্ত হলে সভা-সমিতিৰ কাম কৰিবলৈ;

ওৱাৰ্ড মেম্বাৰৰ পৰা বিধায়ক, সাংসদ আদিৰ সদস্যৰ বাবে নিৰ্ব্বাচনত প্ৰতিদন্দ্বিতা কৰিবলৈ ইত্যাদি প্ৰায় সকলোবোৰ কথাতেই আজিৰ সমাজে আৰু প্ৰত্যেকটো পৰিয়ালে নাৰীক উৎসাহহে যোগাইছে—বাধা প্ৰদান কৰা নাই—কিন্তু অৰ্হতাৰ বা অভিজ্ঞতাৰ অভাৱত চাকৰিটো নাপালে নাইবা ৰাইজে নিৰ্ব্বাচনৰ প্ৰাৰ্থী গৰাকীক অনুপযুক্ত বুলি ভাবি ভোট দান নকৰিলে—ইয়াৰ বাবে কাৰোবাক কিবা দোষ দিয়াৰ উপায় জানো আছে? সেয়েহে আজিৰ সমাজে নাৰীৰ কোনো অধিকাৰেই খৰ্ব্ব কৰা নাই—আজি এজন ডেকা লৰাই যিদৰে সকলো ক্ষেত্ৰতে ঘূৰিছে - সেইদৰে গাভৰু ছোৱালীয়েও একে দৰেই ঘূৰি ফুৰিছে - তাত কোনো পৰিয়ালে বা সমাজে বাধা প্ৰদান কৰা নাই। অৱশ্যে কৰিছে বা কৰে এটা কথাত, সেইটো হ'ল ৰাতিলৈকে পুতুলীবাইৰ দৰে ঘূৰি ফুৰাটোত। এই কথাটোত কিন্তু স্বাধীনতাৰ অধিকাৰৰ কোনো প্ৰশ্ন উঠিব নোৱাৰে, কিয়নো এজন সফল ডেকাও যদি ৰাতি দহ/এঘাৰ বজালৈকে ঘৰত নোসোমাইছি তেন্তে তেওঁৰ মাক দেউতাকে চিন্তা কৰি থাকে—কাৰণ বৰ্ত্তমান আমাৰ সমাজৰ যি পৰিস্থিতি তাক কোনোৱে ঠিৰাং কৰিব নোৱাৰে—কৰবাত কেনেবাকৈ কিবা এটা আকস্মিক দুৰ্ঘটনা হোৱা নাইবা কোনো অঘটন ঘটা বা কাৰোবাৰ দ্বাৰা অঘটন ঘটোৱাটো সাধাৰণতে একো ডাঙৰ কাম নহয়— তেনে অৱস্থাত সফল ডেকা হলেও বিপদৰ সন্মুখত পৰিব পাৰে আৰু তেনে ক্ষেত্ৰত যদি এজনী ছোৱালী বা বিবাহিত নাৰীয়েই হয় তেতিয়া আৰু বেছি ভয়াবহ নহয় জানো? কাৰণ প্ৰথম কথাত অকলশৰীয়া অৱস্থাত ৰাতি একাকী নাৰীৰ চলন ফুৰণে পুৰুষৰ মনত সন্দেহৰ ভাব জগাই তোলে দ্বিতীয়তে, ৰাতি অকস্মাৎ একেবোৰ অঘটন হোৱা নাইবা কোনোবাই ইচ্ছাকৃত ভাবে কোনো অঘটন ঘটাব বিচাৰিলে নাৰী হিচাপে তেওঁ পুৰুষৰ দৰে শাৰীৰিক বাধা প্ৰদান কৰিব নোৱাৰিব কাৰণে সাংঘাতিক ভাৱে এনে অঘটন ঘটিলে ... উপৰিকালৰ

লোকে পুলিচৰ পৰা ডাক্তৰবলৈকে দৌৰা দৌৰি কৰিব লাগিব আৰু যদি সাংঘাতিক ভাবে ঘটনাটো নঘটি সামান্য ভাবেই ছোৱালী বা নাৰী গৰাকীয়ে শাৰীৰিক কষ্ট পায় তথাপি পৰিয়ালটোৰ পৰা ডাক্তৰক দিব লগীয়া ধনৰাশি ওলাই যাবই সমাজৰ পৰা পাবলগীয়া অপবাদক বাৰু সম্পূৰ্ণৰূপে বাদেই দিছো। গতিকেই প্ৰত্যেক পৰিয়ালে প্ৰত্যেকজন ব্যক্তিকে সযতনে সুৰক্ষিত কৰি ৰখাটো জানো কৰ্তব্য নহয়? সেয়েহে এগৰাকী নাৰীয়ে ৰাতিলৈকে দাওদ ওকৈ ঘূৰি ফুৰা স্বভাৱটো কোনো পৰিয়ালে পছন্দ নকৰে সি সিফালে পুৰুষেই হওঁক নাইবা নাৰীয়েই হওঁক। আনহাতে এই সম্পৰ্কত আৰু এটা চৰকাৰী অভিযোগো তেতিয়া পৰিয়ালটোৰ ওপৰত আহি পৰিব পাৰে— যিটো নেকি একেখন সংবিধানেই প্ৰদান কৰিছে— সেইটো হ'ল 'সুৰক্ষা' দিব নোৱাৰাটো। সেয়েহে প্ৰত্যেকেই সুস্থ চিন্তাৰে— সৎপথেৰে সকলোৰে চলিব লগাত পৰিছে— আৰু তাকে কৰিব পাৰিলে এটা পৰিয়ালৰ বাবে শান্তি আহিব, লগে লগে আন পৰিয়ালবোৰেও এনে আচৰণ অনুকৰণ হয়তো কৰিব— ফলত সমাজ এখনৰ পৰিবেশ শান্ত হব তথা দেশৰো পৰিবেশ শান্ত হব— উন্নতি হব।

হেৰ, আমাৰ সমাজখনৰ বাহিৰৰ পৰা অহা এজাক নাৰীয়ে যে ৰাতিলৈকে চিনেমা হ'ল খিলাকৰ সন্মুখত, বজাৰত, ৰেলষ্টেচনত অভাৰব্ৰিজবোৰৰ তলত, নদীৰ পাৰত অসভ্যালী কৰি ফুৰিছে আৰু এই শ্ৰেণীৰ নাৰীয়েই যে আমাৰ সমাজৰ নাৰীসকলকো বিপৰীতমুখী হবলৈ শিক্ষা দিছে আৰু আন এজাক শিক্ষিত নাৰীয়ে যে চিনেমাত চাইড ৰোল কৰিম বুলি, মডেলিং কৰিম বুলি উচ্চ সম্প্ৰদায়ৰ এচাম চহকী পুৰুষক তথা শাত্তশিষ্ট নাৰীসকলকো বিপথে পৰিচালিত কৰি তেওঁলোকৰ স্বভাৱৰ লগত খিলাষ বিচাৰিছে— তাত তই কি কৰি? মোৰ কথাবোৰ শুনাৰ পাচত বন্ধুজনে পুনৰ মোক এই প্ৰশ্নটো কৰিলে। মই কলো শুন! প্ৰত্যেক মানুহৰ

স্বভাৱ একে নহয়, মনৰ চিন্তাধাৰাও একে নহয়— এজন সৎ স্বভাৱৰ সৎমনোবৃত্তিৰ পুৰুষক দহটা চুবেও চুৰ কৰিবলৈ নিব নোৱাৰে-- যদিহে তেওঁৰ মনৰ পৰিবৰ্ত্তন নহয়। সেইদৰে এচাম নাৰীয়ে আজি কালি আমাৰ সমাজখনৰ মাজত ঘূণ লগাইছে স'চা তেওঁলোকৰ ওপৰত প্ৰয়োজনীয় ব্যৱস্থাও চৰকাৰে নোলোৱা নহয়, লৈছে কিন্তু সিহঁতক সৎপথলৈ আনিব নোৱাৰে— সিহঁতবোৰ এডামেণ্ট; সিহঁত জাকে সেইবোৰ কৰিয়ে ভাল পায় কাৰণ সিহঁতবোৰৰ উচ্চ-চিন্তা, হাবিয়াস নাই যাৰ ফলত সিহঁতবোৰৰ জীৱনত শান্তি নাই— সংঘাটে ভৰা এটা জীৱন। যৌৱনৰ তাড়নাত, দুটা পইচাৰ আশাত, এসাজ ভাতৰ লোভত সিহঁতে এইবোৰ কামত ব্ৰতী হৈছে— কিন্তু যিদিনা তেওঁলোকৰ যৌৱনে এৰা দিব, যেতিয়া সেইচাম তথা-কথিত কামুক পুৰুষৰ পৰা সহাৰি নাপাব তেতিয়া হয়তো দুৰ্ভোগময় জীৱনটোলৈ ৰাস্তাৰ ফুটপাথবোৰত নাইবা ৰেল লাইনৰ বা ষ্টেচনবোৰৰ ওচৰে-পাঁজৰে পৰি থাকিব লাগিব সেই দুৰ্ভগীয়া নাৰীবোৰ। হাতত এটা ভিক্ষাৰ পাত্ৰলৈ ঘূৰি ফুৰিব আৰু তেতিয়াহে সিহঁতে উপলব্ধি কৰিব, চিন্তা কৰিব বাকী নাৰীসকলৰ সুখ দেখি। একেদৰে চিনেমাৰ চাইড ৰোল কৰা, মডেলিং কৰা সকলৰো একেই অৱস্থা হয় যদিহে তেওঁলোকে যৌৱন থাকোতেই কোনো পুৰুষৰ লগত এখন ঘৰ সংসাৰ কৰি শান্তিৰে থকাৰ কামনা নকৰে। অৱশ্যে এওঁলোকে ফুট পাথত পৰি থাকিব লগীয়া নহয় কাৰণ যৌৱনৰ কালছোৱাত— বহু টকাৰ সম্পত্তিৰ ব্যৱস্থা কৰি লবলৈ সক্ষম হয়। কিন্তু জন-চক্ষুত পৰিলক্ষিত হোৱাকৈ তেওঁলোকে নিজ পৰিবেশটোৰ কিছু সাল-সলনি কৰিব পাৰে যদিও সলনি কৰিব নোৱাৰে তেওঁলোকে তেওঁলোকৰ 'মনৰ শান্তিৰ'। অশান্তিৰ ভাবধাৰা— বিল্ডিঙৰ কোনো ফ্লেটত থকা সেই নৰ্ত্তকীজনীৰ বি ধৰণৰ দুখ ফুট পাথত পৰি থকা সেই অসামাজিক তিৰোতাজনীৰো একে ধৰণৰ দুখ। কিন্তু বুদ্ধিমতী আৰু শান্তিপ্ৰিয় তেনে বহু নাৰীয়ে নিজৰ যৌৱন থকা অৱস্থাতে তেওঁৰ জীৱনলৈ চাপি অহা

কোনো পুৰুষক সঙ্গী কৰি লৈ জীৱনলৈ শান্তি কঢ়িয়াই আনে— তেওঁলোকৰ জীৱনবোৰ, ভৱিষ্যতৰ দিনবোৰ ফুট পাথত ভিক্ষাৰ পাত্ৰলৈ পৰি থকা তিৰোতাবোৰতকৈ বহু উন্নত হয় সুখৰ হয়। গতিকেই সময় থাকোতেই সুযোগ বুজি নিজৰ জীৱনৰ ভৱিষ্যত শান্তি কামনা কৰিব নোৱাৰিলে নিজৰ স্বভাৱগত দোষৰ বাবেই জীৱনৰ অন্তিম অৱস্থাবোৰ সংঘাটপূৰ্ণ, অশান্তিময় হয়।

বেচ বুজনি দিবলৈ শিকিছ নহয়? কৰপৰা শিকিলি এইচব কথা— বাৰু ক'চোন এইচাম নাৰীয়ে জন্ম দিয়া অবৈধ সন্তানবোৰৰ ভৱিষ্যতবোৰ কেনে হয়? সি মোক পুনৰ প্ৰশ্ন কৰিলে।

সেইচাম নাৰীয়ে জন্ম দিয়া অবৈধ সন্তানবোৰ যে সকলোৱেই একেধৰণৰ হয় তাক তই কব নোৱাৰিবি। তাইৰ গৰ্ভত জন্ম গ্ৰহণ কৰিলেও সেই সন্তানটো হয়তো কোনোবা এজন সবল, সুস্থ শিক্ষিত ব্যক্তিৰে ঔৰষত আৰু কোনো সুলক্ষণতো জন্ম হোৱা হব পাৰে। এই জন্ম হোৱা সম্পৰ্কত বহুতো পৌৰাণিক কাহিনীও আছে আৰু আজিৰ আধুনিক কাহিনীও আছে। সেইবোৰৰ বিশ্লেষণ কৰিবলৈ বহু সময় তথা বহু তথ্যৰ প্ৰয়োজন হয়— গতিকে সেইবোৰৰ পাতনি নেমেলি তোক মই এটা কথাকে কবলৈ বিচাৰিছো যে গৰ্ভধাৰণৰ দিনাৰ পৰাই জন্ম হোৱা সময়লৈকে সেই শিশুটিৰ ওপৰত নানান গ্ৰহ-নক্ষত্ৰৰ নানা ধৰণৰ প্ৰভাৱ পৰে ফলত কাৰোবাৰ জীৱনলৈ সুখ আৰু কাৰোবাৰ জীৱনলৈ দুখ নামি আহে। কোনো ভাগ্য-বান সন্তান অজানিত ভাবেই সুখৰ পৰিবেশত সোমাই পৰিবলৈ ভগবানে পথ দিয়ে। ফলত কোনো নিঃসন্তান পৰিয়ালে এনেবোৰ সন্তানক নিজৰ কৰি লৈ যায়, কোনোৱে আকৌ ঘৰৰ কাম কৰা কৰিয়ে লৈ যায়— কোনোৱে ডাঙৰহৈ নিজৰ সৎ স্বভাৱৰ বাবে নিজে শ্ৰম কৰি খাবলৈ শিকে ফলত সিহঁতৰ ভৱিষ্যত জীৱনবোৰ, পৰি-বেশবোৰ সলনি হয় আৰু ডাঙৰহৈ উঠাৰ লগে লগে ভাগ্যৰ বলত এক সুন্দৰ পৰিবেশ, বহু অৰ্থ তথা সা-সম্পত্তিৰো মালিক হবগৈ

পাৰে আৰু বহুতে হৈছেও। কিন্তু যিসকলৰ জন্মগত দোষ, যাৰ ভৱিষ্যৎ দুখময় হৈয়ে জন্ম গ্ৰহণ কৰিছে সেই সকলে এইবোৰৰ পৰা পৰিত্ৰান পোৱা টান। এই সম্পৰ্কত তোক এটা কথা কওঁ শুন, এটা জন্ম বৃত্তান্ত। পৌৰাণিক কাহিনী। তই শুনি ভাল পাবি কিন্তু মনত ৰাখিবলৈ চেষ্টা কৰিবি ভৱিষ্যতে কেতিয়াবা কামত আহিব। শ্ৰীকৃষ্ণ কান্তি বায়নে তেখেতৰ 'আত্মাবোধ আৰু আত্মাদৰ্শন' নামৰ কিতাপখনত লিখিছে— 'মাহত আঠদিন মাত্ৰ সহবাস। দিনত সহবাস অযুক্তি। ৰাত্ৰি প্ৰথম প্ৰহৰ ৰিতু ৰক্ষাত শুদ্ধ সন্তান হব নোৱাৰে। দ্বিতীয় প্ৰহৰত সাধাৰণ সন্তান হয়। তৃতীয় প্ৰহৰত ৰজা। চতুৰ্থ প্ৰহৰত ৰিতু পালনত হৰিভক্তি পৰায়ণ শু সন্তান হয়। (আৰু যুক্তি চাওঁক) সত্যৱতী দুমুনীৰ গৰ্ভত পৰাশৰ মুণিৰ ঔৰষে দ্বীপত জন্ম। ব্যাস মুনি দ্বীপত জন্ম গতিকে ব্যাসৰ এক নাম দ্বৈপায়ন। সেই সত্যৱতীৰ গৰ্ভত শান্তনুৰ ঔৰষে জন্ম চিত্ৰাঙ্গদ আৰু বিচিত্ৰবীৰ্য্য। চিত্ৰাঙ্গদ ভাৰ্য্যা অম্বিকা বিচিত্ৰবীৰ্য্যৰ ভাৰ্য্যা অম্বালিকা। সত্যৱতীৰ এক পুত্ৰ প্ৰথম ব্যাস। দ্বিতীয় চিত্ৰাঙ্গদ। তৃতীয় পুত্ৰ বিচিত্ৰবিৰ্য্য। চিত্ৰাঙ্গদ বিচিত্ৰবীৰ্য্য সন্তান উৎপাদন নোহোৱাতে মৃত্যু হ'ল। সত্যৱতীৰ বংশ নোহোৱা হ'ল। সত্যৱতীয়ে ব্যাসক মাতি আনিলে। (সত্যৱতী) বোপা ব্যাস। মোৰ বংশ নোহোৱা হ'ল। তুমি অম্বিক অম্বালিকা তিনিও বংশ ৰাখিব লাগে। ব্যাসদেৱে গণনা কৰি চালে? গণনা কৰি কলে? তৃতীয় প্ৰহৰৰ সহবাসত ৰজা হয়। অম্বিকাক বিছনা সজাই থাকিবলৈ আদেশ কৰিবা। মই তৃতীয় প্ৰহৰত আহি সহবাস কৰিম। অম্বিকাই বিছনা সজাই অপেক্ষা কৰি আছে। ব্যাস আহি সহবাস কৰোতে অম্বিকায় চকু মুদিলে। সহবাস কৰি ওলায় অহাত সত্যৱতী সুধিলে? বোপা সন্তান চৰিত্ৰবান হবনে? ধৃতৰাষ্ট্ৰ (ব্যাসদেৱ) আই। সন্তান ৰজা হব। কিন্তু চকুৰে নেদেখিব। (সত্যৱতী) তেনে-হলে নোহোৱাহে ভাল আছিল। এইবাৰ (ব্যাস) অম্বালিকাক বিছনা সজাই থাকিবলৈ আদেশ কৰিবা। মই তৃতীয় প্ৰহৰতে আহিম।

সত্যৱতীৰ আদেশত অম্বালিকায় বিছনা সজাই অপেক্ষা কৰি আছে। ব্যাস আহি সহবাস কৰাৰ সময়ত অম্বালিকায় চকুখেলা বৰণেৰে ব্যাসৰ ফালে দৃষ্টি কৰিলে। সত্যৱতী সুধিলে ? ইটো কেনে হব ? এওঁ ৰজা হব। কিন্তু খেলা বৰণ হব। কাৰণ সহবাসৰ সময়ত খেলা চকুৰে চাই আছিল। পাণ্ডু। (সত্যৱতী) বোপা মোৰ মনৰ ভাবৰ সন্তান নহল। (ব্যাসদেৱ) গণনা কৰি চাই কলে। আই এইবাৰ যেই সেই এজনীক ৰাখিবা। মই চতুৰ্থ প্ৰহৰত আহিম। সিদিনা দাসী এজনীক ৰাখিলে। ব্যাসদেৱে আহি সহবাস কৰাত দাসীয়ে ঈশ্বৰ জ্ঞানেৰে ভক্তি কৰি সহবাস কৰিলে। মহাভক্ত বিদুৰৰ জন্ম হ'ল। ৰত্নাকৰ। এই কথা মানী এনেদৰে জানি শুনি লোক, জন্মদি, লালন পালন কৰিছো। এতিয়াও ঈশ্বৰত প্ৰাৰ্থনা জনাই আছো তই সৎ পথলৈ আহিব লাগে।" এতিয়া তুমি বুজিলা বোপা ৰত্নাকৰ ? সেয়ে সহবাসৰ সময়ৰ পৰা জন্মৰ সময়লৈকে বিভিন্ন গ্ৰহৰ প্ৰভাৱত সেই মানুহজনৰ ভাগ্যচক্ৰ নিৰ্ণয় হয়। শাৰীৰিক গঠনৰ তাৰতম্য হয়— সুখ দুখৰ পাৰ্থক্য হয়। জন্মান্ধ, বিকলাঙ্গ আদিৰ চাৰিত্ৰিক দিশটো আজি কালি বৈজ্ঞানীক চিন্তা ধাৰাই অৱশ্যে বেলেগে বিশ্লেষণ কৰিছে তাত সহবাস নাইবা গ্ৰহ নক্ষত্ৰৰ প্ৰভাৱৰ কথা নাই। কথা কিহত আছে জান ? তই যে এই মাত্ৰ বজাৰত, চিনেমা হলত থকা নাৰীবোৰৰ কথা কৈছিলি ? সেইবোৰ নাৰীয়ে নানান তৰহৰ পুৰুষৰ লগত প্ৰতিদিনে হলি গলি, সহবাস আদি কৰি থাকে আৰু তাৰ ফলতে সিহঁতৰ সমগ্ৰ শৰীৰটোতে গনৰীয়া, চিফিলিছ আদি ভেনাৰেল ডিজিজ হয়— আৰু তাৰ বাবেই এই যোগবোৰ সম্পূৰ্ণৰূপে নিৰাময় কৰিব নোৱাৰিলে এই ধৰণৰ ৰেমাৰৰ বীজাণুৱে সঙ্গমৰ সময়ত পুৰুষৰ শুক্ৰৰ জড়িয়তে ভিৰোতাৰ জৰায়ুত প্ৰৱেশ কৰে আৰু তাৰ ফল স্বৰূপেই জন্ম হয় এটি বিকলাঙ্গ শিশুৰ। এতিয়া তই ভাবি চা এই অকণমান শুক্ৰৰ প্ৰভাৱতেই যদি আঢ়ৈ তিনি কেজি ওজনৰ এটা শিশুৰ জন্ম হব পাৰে তেন্তে সেই শুক্ৰৰ

প্রতিটো কনিকাই কিমান ক্রিয়া কৰে — মানে এটা সামান্য কনিকাৰ দ্বাৰাও শিশুটোৰ এটা অঙ্গৰ কিছু অংশ গঠন হোৱাত সহায় হয়— গতিকে এই বেমাৰৰ বীজাণুটো যদি এই কনিকাৰ লগত মিলি থাকে তেন্তে ই নিশ্চয় শিশুটোৰ শৰীৰ গঠনত নিশ্চয় বাধা প্রদান কৰিব আৰু তাৰ বাবেই হয়তো শিশুটোৰ অঙ্গ পতঙ্গবোৰৰ স্বাভাৱিক ৰূপৰ সৃষ্টি নহবও পাৰে — সেয়ে এনেবোৰ কাৰণ বশতঃতো কেতিয়াবা কাৰোবাৰ গৰ্ভত বিকলাঙ্গ শিশুৰ জন্ম হব পাৰে। মোৰ এই কথাবোৰ কিন্তু সামান্য লেতেৰা যেন তোৰ অনুমান হৈছে নহয়? তথাপি কিছু ভাৰসাম্য ৰাখি তোৰ আগত প্রকাশ কৰিছো কাৰণ এইখিনি কথা নকলেও সাধাৰণতে বুজি পোৱাত অসুবিধা হয় — তই কিন্তু মযো এইবোৰ লেতেৰা কথা কও বুলি মানুহৰ আগত কৈ সুফুৰিবি— তোক কথা প্রসঙ্গত উদাহৰণহে দিলো—অৱশ্যে এই-বোৰ কথা লেতেৰা যেন লাগিলেও তইঁতৰ দৰে নাৰীক স্বাধীনতা দিয়া উদণ্ড- লৰাবোৰে বা ছোৱালীবোৰে বিয়াৰ আগতেই জনাৰ দৰকাৰ। আৰু শুন! এইবোৰ কাৰণৰ বাবে অকল পুৰুষেই যে দায়ী তাকো একপক্ষীয় ভাবে কব নোৱাৰি কাৰণ— তই কোৱা বিধ তিৰোতাৰ এই মাত্র মই কৈ অহা বেমাৰ বিলাক যৰ বেছিকৈ হয় আৰু সেই কাৰণেই এনেধৰণৰ তিৰোতাবোৰৰ বেমাৰৰ বাবেও বহুবিলাক শিশুৰ এনেধৰণৰ অঙ্গৰ বিকৃত্তি ঘটে— বিকলাঙ্গ হয়।

বৰ্ত্তমান আমাৰ অসমতো তই কোৱাৰ দৰে এনেবোৰ তিৰোতাৰ সংখ্যা বৃদ্ধি হৈছে। ইয়াৰ কাৰণ বহুতো— নিজে নিজে চিন্তা কৰি চালেই ইয়াৰ কাৰণবোৰ এটাৰ পাচত এটাকৈ মনলৈ আহি থাকিব। তথাপি মূল কাৰণ কেইটা হ'ল— প্রথমে— কবলৈ হলে বাজাৰ দুই পাৰবোৰত থকা এই তিৰোতা বিলাকৰ যে এটা অবৈধ সন্তানবোৰ থাকে — তাৰ ছোৱালীবোৰক সমসুৰ বহু আগতেই এই শ্রেণীৰ বহুতৰা তিৰোতাবিলাকে নানান ধৰণৰ প্রলোভনেৰে সিহঁতৰ দৰে একে পথলৈ আহ্বান কৰিবলৈ শিকায় কলত বহু যৌৱনৰ নতুন উৎসাহত আৰু

জীৱিকাৰ বাবে এইচাম তিৰোতাই সেই প্ৰবৃত্তিটোক জীৱনৰ একমাত্ৰ উপাৰ্জনৰ পথ বুলি ধৰি লয়। দ্বিতীয়তে আমাৰ ৰাজ্যৰ পশ্চিমীয়া ৰাজ্য কেইখনতো এটা সামাজিক ব্যাধি আছে — সেইটো কি জান? সেইবোৰ মানুহে ছোৱালীক সাত আঠ বছৰ বয়সতে দহ বাৰ বা তাতোতকৈ বেছি বয়সৰ লৰাৰ লগত বিয়া পাতি থয় — ফলত লৰাটোৰ জীৱনলৈ যৌৱন অহাৰ বহু আগতেই ছোৱালীজনী পূৰ্ণ যৌৱনা হৈ পৰে আৰু যেতিয়া লৰাটোৰ জীৱনলৈ পূৰ্ণ যৌৱন আহি পৰে তেতিয়া ছোৱালীজনী বহু বয়সীয়াল যেন অনুমান হয় নাইবা সি যৌৱনৰ তাড়নাত আন সুন্দৰী ছোৱালীক ভাল পাই পেলায় আৰু তেতিয়া বাল্য কালৰ সেই বিবাহিত নিজৰ স্ত্ৰীক পত্নী হিচাবে গ্ৰহণ কৰিব নিবিচাৰে। ছোৱালীজনীয়েও বিবাহিত স্বামীৰ পৰা বঞ্চিত হৈ ঘৰতে থাকিব লগীয়া হোৱাত জীৱনটোত অশান্তি অনুভব কৰে. অসহ্য হয় — সমাজ খনেও তেতিয়া সেই ছোৱালীজনীক ভাল চকুৰে চাব নিবিচাৰে? লগে লগে সেই ছোৱালী জনীৰ জীৱনলৈ চৰম অশান্তি নামি আহে· তেতিয়াই সেই ছোৱালী· জনীয়ে নিজৰ জীৱনটোৰ প্ৰতি মাযামোহ এৰি দিয়ে— সমাজখনৰ ওপৰত বিৰক্তি অনুভৱ কৰে সমাজখনকে ভ্ৰষ্ট কৰিবলৈ প্ৰতিজ্ঞাবদ্ধ হয়। তৃতীয়তে বহুত তিৰোতাই যৌতুকৰ বলিহৈ স্বামীৰ ঘৰ এৰি গুচি আহিব লগা হয়। কিছুমান পৰিয়ালে আকৌ যৌতুক নিদিয়াত নাইবা বিয়াৰ বন্দোবস্ত হোৱাত প্ৰতিশ্ৰুতি দিয়ামতে যৌতুক দিব নোৱাৰাত বহু ছোৱালীক বিয়া কৰাইও এৰি দিয়ে বা পিতৃ গৃহতে এৰি থৈ গুচি আহে। তেতিয়া সংঘাটময় জীৱনটো লৈ ছোৱালী-জনীয়ে পিতৃ গৃহত থাকিবলৈ ইচ্ছা নকৰে পৰিয়ালে তাইক দেখিব নোৱাৰা হয়, সমাজে তাইক ঘৃণাৰ চকুৰে চায়। তাইৰ জীৱনলৈ তেতিয়া চৰম অশান্তি নামি আহে— নিজৰ জীৱনটোৰ ওপৰতে বিকাৰ ওপজে। শৈশৱত এৰিব খৰৰ পৰা ভলাই যৌৱনৰ তাড়না তথা পেটৰ তাড়নাত যিকোনো কামোক পুৰুষৰ লগত জীৱনৰ সৰ্বস্ব

এৰি দিয়ে আৰু এনেকৈয়ে এজনৰ পাচত আন এজন পুৰুষৰ লগত হলি-গলি কৰি জীৱনত এনেবোৰ কাম কৰিবলৈ ভয় নকৰা হয়, বেপৰুৱা হিচাপে যেনি তেনি গুচি যায়। চতুৰ্থতে বহুত তিৰোতা বা ছোৱালীয়ে সঙ্গ দোষত যৌৱনাৱস্থাত ইচ্ছাকৃত ভাবেৰেই যৌন তৃপ্তিৰ বাবে পুৰুষৰ কাষলৈ চাপি যায়; এবাৰ এজনৰ লগত দৈহিক শান্তি লাভ কৰাৰ পাচত পুনৰ আন এজনৰ কামনা কৰে এই দৰেই বহুতে আকৌ জীৱনৰ উজ্জ্বল পথবোৰ ধ্বংস কৰে. শেষত তেওঁৰ জীৱনলৈকো পঙ্কিলতা নামি আহে— তেতিয়া প্ৰতিবেশী খাইজ তথা সমাজে তাইক ভাল নোপোৱা হয় আৰু যৌৱনৰ তাড়নাত কৈ সমাজৰ এনেবোৰ বাধা অতিশয় নিকৃষ্ট বুলি ভবা সেই ছোৱলী-জনী সেইখন সমাজত এসময়ত তিষ্ঠি থাকিব নোৱাৰা হয়- ঘৰখনৰ ওপৰতো বিৰক্তি ভাব জগাই তোলে, কাৰোৰে প্ৰতি মৰম-স্নেহ, দয়া মমতা এই শ্ৰেণীৰ তিৰোতাৰ নোহোৱা হয়। আনহাতে আত্মহত্যা কৰিবলৈকো ভয় কৰে সেয়ে অতিশয় বিৰক্তি হৈ— শেষত অনিশ্চিত ভৱিষ্যত এটা লৈ উঠি দিয়ে ভাৰতীয় ৰেলৱেৰ এক্সপ্ৰেছ ট্ৰেইন খনত। ট্ৰেইন যলৈকে যায় যাওঁক তাত তাইৰ আক্ষেপ বা ভ্ৰূক্ষেপ নাই! আছে মাত্ৰ কোনোবা পুৰুষৰ চতুৰ চাৱনীত যেয়ে যতে ইঙ্গিত দিব ততে তাই নামি যাব। এইদৰেই সমগ্ৰ দেশখনতে বিস্তাৰিত হৈ পৰিছে এই শ্ৰেণীৰ নাৰীবোৰ। পঞ্চমত পৰিয়ালৰ দুখ দৈন্যতাৰ বাবে জীৱিকাৰ আন একো উপায় নাপায়ও বহু ছোৱালী বা তিৰোতাই কেতিয়াবা নানান কামাতুৰ পুৰুষৰ প্ৰলো-ভনত আৰু জীৱিকাৰ প্ৰয়োজনত প্ৰথমেই নিজৰ জীৱনলৈ কলঙ্ক নমাই আনিব লগা হয় আৰু এবাৰ যৌৱনৰ সোৱাদ লভাৰ পাচত তেওঁ নিয়মানুৱৰ্ত্তীতাও হেৰুৱাই পেলায়— তেওঁৰ বাবে তেতিয়া প্ৰয়ো-জন হৈ পৰে এজন মাত্ৰ পুৰুষৰ। এনেদৰে এজনৰ পাচত আন এজনৰ দয়াৰ পাত্ৰহৈ জীৱন নিৰ্ব্বাহ কৰোতে কেতিয়াবা সেইজনী নাৰীয়েও কিছুমান বিৰক্তিত অতিষ্ঠ হৈ খোলা-খুলি ভাবে মুকলি

মঞ্চলৈ ওলায় আহে আৰু চিনেমা হ'ল নদীৰ পাৰ আদিত থকা কেইজনীৰ লগত লগ লাগে। আৰু ষষ্ঠতে সদা বিবাহিতা তিৰোতা এগৰাকী অকস্মাটে যদি দুভাৰ্গ্যবশতঃ কেনেবাকৈ বিধবা হব লগা হয় তেন্তে তেওঁকো বহু সমাজে 'ডাইনী' আখ্যা দি খেদি দিয়ে— স্বামীৰ পৰিয়ালে তেতিয়া সেই তিৰোতাজনীক নানান অত্যাচাৰ কৰে। ফুল কুমলীয়া সেই ছোৱালীজনী তেতিয়া পুনৰ পিতৃ গৃহলৈ ঘূৰি আহিব লগাত পৰে আৰু সময়ত নানা কাৰণ বশতঃ পিতৃ গৃহৰ আৰু প্ৰতিবেশী ৰাইজেও তাইক ভাল নোপোৱা হয় ফলত মনৰ দুখত এই শ্ৰেণীৰ নাৰীবোৰো অনিশ্চিত ভৱিষ্যতটোকে সাৰোগত কৰি এদিন ওলাই আহে ঘৰখনৰ পৰা চিৰদিনৰ কাৰণে— আৰু শেষত জীৱিকাৰ পথ হিচাপে বাচি লব লগীয়া হয় এই একেই পথটিকে এই সম্পৰ্কত সন্তপাল দাসে তেখেতৰ 'নৰনাৰী' কিতাপখনত 'বিধবা' নমৰ সূচীটোত দিয়া আখ্যাটোৰ কেইটান কথা কওঁ শুন! তেখেতে লিখিছে" এই বাল বিধবাবোৰে অনেক সময়ত বিশৃঙ্খলাৰ ঢৌ তুলি দিয়ে. ইয়াৰ কাৰণে কেৱল তাহাতে দায়ী নহয়। প্ৰকৃততে ওচৰ চুবুৰীয়া, উদণ্ড ডেকা আৰু চৰিত্ৰহীন পুৰুষসকলহে দায়ী। যিবোৰ পুৰুষে কলা বজাৰত যৌন সেৱা কৰিবলৈ বিচাৰে, ইহতেই এই বিধবাবোৰৰ সৈতে অকলশৰীয়া ভাবে আলাপ আলোচনা কৰি তাহাতৰ সুপ্ত যৌন সম্ভোগ বাসনা জগাই তোলে। ফলতকীয়াভাবে যৌন সম্ভোগ কামনাৰ পৰিতৃপ্ত ঘটিলেও পিছত বেছেৰীহঁতৰ জীৱনলৈ নামি আহে কলা যৱনিকা। যৌৱনৰ বলীয়া বানত উটি ভাঁহি ফুৰা কিছুমান পথভ্ৰষ্টা বিধবাই যে শেষত অবৈধ উপায়েৰে ভ্ৰূণ হত্যা কৰে, তাৰ হিচাব লওতা কোনোৱে নাই। কিছুমান চতুৰ যুৱকে চৰিত্ৰহীনা বুলি কলঙ্কৰ চেকা লিপি দি আতঁৰি পৰে। কিছুমান বিধবাই গভাশয়ত থকা ভ্ৰূণ নষ্ট কৰিব নোৱাৰি অতৃপ্ত জীৱনলৈ বিষাদৰ গভীৰ হুমুনিয়াহ পেলাই আত্মঘাতী হোৱাও দেখা গৈছে তাবোপৰি জোৰ পূৰ্ব্বক বৈধব্য ব্ৰত পালন কৰাৰ ফলত শেষ বয়সত

সৰহভাগ বাল-বিধবাৰে পেটত ৰক্তজ গুল্ম ৰোগ (Tumour) উৎপন্নহৈ কষ্ট ভোগ কৰাও দেখা গৈছে। এই শ্ৰেণীৰ বিধবাৰ অৱস্থা লক্ষ্য কৰিয়ে এক সময়ত বঙ্গ দেশত পণ্ডিত ঈশ্বৰ চন্দ্ৰ বিদ্যাসগাৰে বিধবা বিবাহ প্ৰচলন কৰিবলৈ আপ্ৰাণ যত্ন কৰিছিল। দেশবাশীৰ প্ৰতি লক্ষ্য কৰি লিখা অলপ কথা তেখেতৰ ভাষাতে উদ্ধৃত কৰি দিয়া হ'ল।—

"হা ভারতবর্ষীয় মানবগন। আর কত কাল তোমারা মোহ নিদ্রায় অভিভূত হইয়া প্রমোদ শয্যায় শয়ন করিয়া থাকিবে। একবার জ্ঞান চক্ষু উন্মীলন করিয়া দেখ তোমাদের পূণ্য ভূমি ভারতবর্ষ ব্যাভিচার দোষের ও ভ্রূণ হত্যা পাপের স্রোতে উচ্ছলিত হইয়া যাইতেছে। হতভগা বিধবাদের দুরবস্থা দর্শনে তোমাদের চিব শুষ্কনীরস হৃদয়ে করুন্যরসের সঞ্চার হওয়া কঠিন এবং ব্যভিচার দোষের ও ভ্রূনহত্যা পাপের প্রবল স্রোতে দেশ উচ্ছলিত হইতে দেখিয়াও মনে ঘৃণার উদয় হওয়া অসম্ভব। তোমরা প্রাণতুল্য কন্যা প্রভৃতিকে অসহ্য বৈধব্য যন্ত্রনালে দগ্ধ করিতে সম্মত আছ তাহার দুর্নিবার রিপু বশীভূত হইয়া ব্যভিচার দোষে দূষিত হইলে তাহার পোষকতা করিতে সম্মত আছ। ধর্ম্মালোপ ভয়ে জলাঞ্জলি দিয়া কেবল লজ্জা ভয় ভ্রূণ হত্যার সহায়তা করিয়া স্বয়ং সপরিবারে পাপপঙ্কে কলঙ্কিত হইতে সম্মত আছ— যে দেশের পুরুষ জাতির দয়া নাই; ধর্ম্ম নাই, ন্যায় অন্যায় বিচার নাই, হিতাহিত বোধ নাই, সদ্বিবেচনা নাই, কেবল লৌকিক রক্ষা করাই প্রধান কর্ম্ম ও পরম ধর্ম্ম আর যেন সেদেশে অবলা জাতি জন্ম গ্রহণ করে না।"

এনেবোৰ কাৰণবশতঃ আজি আমাৰ সমাজত ভই বোৰাৰ দৰে এজাম তিৰোতাই পৰিবেশ দূষিত কৰিছে। ইহঁতবোৰে এবাৰ বাহিৰলৈ ওলোৱাৰ পাচত মনলৈ আৰু ভয়, কষ্ট, লাজ, ভয় ইত্যাদি বস্তুবোৰ নাহে ফলত যাকে তাকে ভোকায় লয়— সমস্ত বহু মানুহক মিছাতে বিপদলৈ পেলায়। কলিকতাৰ এচপ্লেনেডৰ

ওচৰত চৌৰঙ্গী ষ্ট্ৰিটৰ ওপৰত ইণ্ডিয়ান মিউজিয়ামৰ আশে পাশে এনেধৰণৰ তিৰোতাবোৰে হঠাৎ কোনো ভাল মানুহকো কেতিয়াবা খাপমাৰি ধৰি লোৱা দেখা যায়, আৰু এনেকৈ ধৰি মানুহজনক অপদস্থ কৰে, টকা বিছাৰে, মিছা অপবাদ দিয়াৰ ভয়ত মানুহ জনে উপায়হীন হৈ দুই চাৰি টকা দি সিহঁতৰ হাতৰ পৰা পৰিত্ৰান পোৱাটোকে কামনা কৰে — নহলে পুলিচে জানিলে আকৌ গোপাত মিছা কথাটোকে সঁচা বুলি ধৰি লৈ মানুহজনকহে বিপদত পেলাব কাৰণ সিহঁত কেইজনীক পুলিচে একো কৰিব নোৱাৰে। এনে কাৰ্য্যৰ দ্বাৰা টকা সংগ্ৰহ কৰাত অৱশ্যে কাৰ ক'ত কেনেধৰণৰ হাত আছে সেইটো চিন্তাৰহে বিষয়। বহুতো শান্তি ৰক্ষকেও এনে ধৰণৰ তিৰোতাৰ এনেধৰণৰ কাৰ্য্যৰ দ্বাৰা টকা সংগ্ৰহ কৰাটোও আজি কালি দিনত একেবাৰে অবিশ্বাস্য নহয় বুলি কব নোৱাৰি। এই শ্ৰেণীৰ তিৰোতাই এনেদৰে এজন দুজন সাধাৰণ মানুহকে বিপদত পেলোৱা নাই। স্বয়ং মুখ্য মন্ত্ৰীকো বিপদত পেলোৱা উদাহৰণ আছে। ডা. বিধান ৰায় মুখ্য মন্ত্ৰী হৈ থাকোতে এই শ্ৰেণীৰ এজাক তিৰোতাই হাতত নানন পোষ্টাৰ, প্লেকাৰ্ড, বেনাৰ আদি লৈ কলিকতাৰ এচপ্লেনেডৰ পৰা গৱৰ্ণৰ হাউচৰ সম্মুখেৰে ডেলহাউচী স্কোৱাৰত থকা ৰাইটাৰ্চ বিল্ডিঙৰলৈকে সমদল যাত্ৰা কৰি মুখ্য মন্ত্ৰীক চাকৰি (জীৱনৰ সংস্থাপন) নাইবা দৰা বিছাৰে। কিন্তু চৰকাৰে সিহঁতে বিচৰা দাবী কেইটা সহজে পুৰণ কৰিব নোৱাৰি পাচত বহুবিলাক তিৰোতাক এনে প্ৰবৃত্তিৰে যি কৰ কৰি থাক বুলি অনুজ্ঞা পত্ৰও দিবলৈ বাধ্য হ'ল। আজিও এইবোৰ তিৰোতাই এনেবোৰ ব্যৱসায় চলাই থকা দেখা যায়। গতিকে আমি এইবোৰ আলোচনা আজিলৈ ইয়াতে এৰি ভোৰ প্ৰশ্নৰ উত্তৰৰ ইয়ানতে সামৰণি মাৰিলো। মুঠতে ধৰি লবি— তিৰোতা জাতিটোৱেই কষ্ট সহিষ্ণুতাৰ, বিৰক্তি আৰু ত্যাগৰ মূৰ্ত্ত প্ৰতীক; তিৰোতাই সংসাৰ সৃষ্টিৰ প্ৰধান গুৰিয়াল আৰু তিৰোতাই বিশ্বংশৰো

আদি মূল। পৌৰানীক কাহিনীবোৰত প্ৰধানকৈ দেখা যায় যে এই তিৰোতা সম্পৰ্কীয় ঘটনা প্ৰবাহৰ ফলতে কোনো কোনো জাতি, কোনো কোনো ৰাজ্য, সাম্ৰাজ্য বিভিন্ন সময়ত ধ্বংসহৈ গৈছে। আজিৰ সমাজতো যিবোৰ সৰু বৰ ঘটনা সংঘটিতহৈ আছে সেই-বোৰৰ বহুতো ঘটনাই এই স্ত্ৰীসকলৰ বিভিন্ন কুচক্ৰৰ দ্বাৰাই সংঘটিত হোৱা। তিৰোতাসকলৰ বাবেই আজি সমাজত নানান ধৰণৰ পৰিস্থিতি, পৰিবেশৰ সৃষ্টি হৈছে। একশ্ৰেণীয়ে সমাজক ভাল পথলৈ আনিবলৈ চেষ্টা কৰিছে যদিও আন একশ্ৰেণীয়ে সমাজৰ পৰিবেশ দূষিত কৰিছে। কোনোৱে হয়তো অৰ্থৰ স্বাৰ্থত এনেবোৰ কাম কৰিছে আৰু কোনোৱে হয়তো আত্ম তৃপ্তিৰ স্বাৰ্থতহে কৰিছে, কিন্তু কাৰোবাৰ চকুত ধৰা পৰিলে নিজৰ তুষ একৰাই পুৰুষজনৰ দোষ দিয়ে আৰু নিজে তেতিয়া অবলা নাৰীৰ ভাও জুৰে যেন ইবোৰৰ সম্পৰ্কত তেওঁ আগতে একোৱেই জনা নাছিল— পুৰুষ-জনৰ চক্ৰান্ততহে এনে কাম সংঘটিত হ'ল। নিজে অবলা নাৰীৰ ভাও জুৰি হঠাৎ চকুৰ পানীৰে আনৰ মনত বিষাদৰ সোঁত বোৱায়— এইবোৰ কাৰণেই হয়তো— পদ্ম বৰকটকীদেৱে তেখেতৰ "নজনা ধূপৰ ইতিকথা" নামৰ উপন্যাসখনত লিখিছে "মাইকী মানুহৰ যে অজ্ঞানহৈ যোৱা বেমাৰটো আছে। সেই বেমাৰৰ ৰোগীয়ে সমাজে পাপ বুলি কোৱা যৌন জীৱন লুকাই ৰাখিবলৈ চেষ্টা কৰোতে বাস্তৱৰ লগত সংঘাত কৰিব লগা হয়। সেই সংঘাত অসহ্য হলেহে অজ্ঞানহৈ মনটোক জিৰণি দিয়ে আৰু সেই সুযোগতে পাবে যদি প্ৰনয় প্ৰাৰ্থীৰ পৰশ অনুভৱ কৰে— মানুহে নজনাকৈ।"

এনেদৰে বেয়া ৰূপ-চৰিত্ৰবোৰে সমাজক আজি যি অশৃঙ্খল পৰিস্থিতিলৈ লৈ গৈছে ঠিক তেনেকৈ ভাৰ মাজতে যে আকৌ কোনো নাৰীয়ে কাৰোবাৰ জীৱনলৈ কেতিয়াবা আনন্দ আৰু সুখ-শান্তিৰ পথ আনি দিব নোৱাৰে তাক আমি দুই কৰিব নোৱাৰো। বহু সৎ স্বভাৱৰ ছোৱালীয়ে অভাৱৰ তাড়নাত এনেবোৰ কামত

প্ৰবৃত্ত হলেও নিজৰ মনৰ চিন্তাধাৰাবোৰ সদায়ে অটুট ৰাখে— যাৰ ফলত কোনো লোকৰ সহায় পালেই নিজৰ জীৱনৰ মায়ামোহৰ প্ৰতি লক্ষ্য কৰি সেই পৰিবেশৰ পৰা ওলাই আহে জীৱনৰ শান্তিৰ বাবে আৰু এক সামাজিক পৰিবেশৰ লগত নিজকে খাপ খোৱাব পাৰে অতি সোনকালে বা অদূৰ ভৱিষ্যতে। আনহাতে বহুতো অসৎ চৰিত্ৰৰ পুৰুষকো আকৌ এনেধৰণৰ বহু তিৰোতাই আকৌ নিজৰ কৌশলগত চৰিত্ৰৰ দ্বাৰা সৎ স্বভাৱলৈ ঘূৰাই অনাৰো প্ৰমান আমাৰ সমাজত বহুতো আছে। কিয়নো এক সুস্থ পৰিবেশত, সৎ আৰু শিক্ষিত পৰিয়ালত জন্ম গ্ৰহণ কৰা এগৰাকী ছোৱালী বা নাৰীৰ মন সদায় সৎ বুলি স্বাভাৱিকতে সকলোৱে কবলৈ বাধ্য। এই শ্ৰেণী পৰিয়ালৰ এনেকোৰ নাৰীয়ে স্বভাৱগত কাৰণত একেবাৰে উচ্চস্তৰত নাচিবলৈ সদায়ে ভাল নাপায়। আনহাতে কিন্তু অতিপাত ধনী, অভিজাত্যপূৰ্ণ শিক্ষিত পৰিয়ালৰ নাৰীয়েও কিন্তু কেতিয়াবা কু-স্বভাৱত বেছিকৈ আসক্ত হয়। সমাজৰ একেবাৰে নিঃকিন নিচলা পৰিয়ালবোৰক আকৌ সেই দোষনীয় কামবোৰৰ প্ৰতি আসক্ত হবলৈ শিকায় দিয়ে, বাধ্য কৰোৱায়। কিন্তু নিঃকিন নিচলা হলেও যি পৰিয়ালৰ মাজত অতীত গৌৰৱ বিস্তাৰ কৰিছে, শিক্ষা আৰু সৎ স্বভাৱৰ প্ৰাদুৰ্ভাব সেই পৰিয়ালত এতিয়াও বিৰাজ কৰিছে - তেনে পৰিয়ালৰ নাৰীয়ে কিন্তু সদায়ে সকলোক্ষেত্ৰতে সামাজিক শৃঙ্খলা বোধক ৰক্ষা কৰাত অতি আগ্ৰহী। এই শ্ৰেণীৰ নাৰীৰ আৰু এটা সৎগুণ আছে— যদি কেতিয়াবা কোনো পুৰুষে মধুৰ প্ৰেমৰ পৰা বিচ্ছেদ হোৱাৰ তাড়নাতেই হওঁক নাইবা তেওঁৰ আনন্দময় জীৱনটোৰ আন কোনো প্ৰকাৰৰ ব্যৰ্থতাৰ প্ৰভাবতেই হওঁক নাইবা অশান্তি বা অভাৱৰ তাড়নাতেই হওঁক নিজৰ ব্যক্তিগত অসুবিধা তথা বিপদটো এনে এগৰাকী মহান নাৰীৰ ওচৰত স্পষ্টভাৱে প্ৰকাশ কৰে—তেন্তে এই শ্ৰেণীৰ এই মহান নাৰীসকলে কিন্তু সেই পুৰুষজনক উদ্ধাৰ কৰিবলৈ স্বাভাৱিকতেই উত্ৰাওলাহে পৰে, আৰু এই শ্ৰেণীৰ নাৰী এগ-

ৰাকীৰ যদি এনে বিপদগ্ৰস্ত পুৰুষজন প্ৰনয়-প্ৰাৰ্থী হয় তেন্তে সেই নাৰী গৰাকীয়ে নিজৰ জীৱন তুচ্ছ কৰি হলেও সেই পুৰুষজনক বচাবলৈ চেষ্টা কৰে, পুৰুষজনক সৎ স্বভাৱৰে আগবাঢ়ি যাব পৰাকৈ নানা ধৰণৰ সদোপদেশ দিয়ে, সুবিধা অনুযায়ী আৰ্থিক সাহাৰ্য্যও আগবঢ়াই, পুৰুষজনক সৎ পথলৈ নাইবা বিপদৰ পৰা উদ্ধাৰ কৰাত সহায় কৰাৰ বহুত উদাহৰণ আমাৰ সমাজত বহুতো আছে। আৰু এই শ্ৰেণীৰ নাৰীসকলৰ সৎ চৰিত্ৰ, সৎ উপদেশ আৰু সৎ কৰ্ম্মৰ দ্বাৰাইহে বৰ্ত্তমান আমাৰ সমাজখন বৰ্ত্তী আছে বুলি মই কব বিছাৰো। কাৰণ তই কোৱাৰ দৰে বজাৰ আৰু চিনেমা হলবোৰৰ সন্মুখত নাইবা ব্ৰীজ বা নদীৰ পাৰত থকাবোৰৰ দৰে নাইবা চিনেমা কৰা, চাইডৰোল কৰা, হোটেলবোৰত কেবেৰে ডেঞ্চ কৰা, মডেলিং কৰা, বাৰবোৰত ৰাতি ৰাতি ডিনাৰ কৰা, ড্ৰিঙ্ক কৰা, ঘৰ-বাৰী এৰি দহৰ কাম, সমাজৰ কাম বুলি ৰাজনীতি কৰিফুৰা ধৰণৰ যদি সকলো নাৰীৰে স্বভাৱ হল হয় তেন্তে সকলো পুৰুষেই এতিয়া নাৰীৰ প্ৰতাপত পলাব লগীয়া হল হয়— কথাটো হয়নে নহয় তয়ে কচোন বাৰু? কিন্তু এইধৰণৰ শিক্ষিত, সৎ স্বভাৱৰ নিম্ন আৰু মধ্যবিত্ত পৰিয়ালৰ নাৰীসকলৰ সৎ মনোভাব, সহিষ্ণুতা আৰু সমাজৰ প্ৰতি থকা দায়িত্ব তথা সুপৰিকল্পনাৰ বাবেই আজি আমাৰ সমাজখন সমাজ হৈ তিষ্ঠি আছে। এই শ্ৰেণীৰ নাৰীসকলেহে সামাজিক পৰিবেশৰ ওপৰত অধ্যয়ন কৰি সু-পৰামৰ্শ আগবঢ়াই, গৰীব-দুখীয়াৰ প্ৰতি ব্যক্তিগত সহায় বা সমূহীয়া ভাবে সাহাৰ্য্যৰ আচনি আদি হাতত লয়, একজনৰ দুখত দুখী আৰু সুখত সুখী হব পাৰে— সেয়েহে এনেবোৰ নাৰীৰ প্ৰভাবতহে আমাৰ সমাজখন আজিৰ পৰিস্থিতিত বৰ্ত্তী আছে। এনেবোৰ মহিমা মণ্ডিত নাৰীয়েই সকলোৰে সমাদৰ পায়। এনেবোৰ নাৰীয়ে আনৰ দুখ-দুৰ্গতিক বুজি পায় চিন্তা কৰে, বিপদগ্ৰস্তক বিপদৰ পৰা উদ্ধাৰ কৰিবৰ বাবে চেষ্টা কৰে। এনে সংক্ৰান্ততে সত্যৰঞ্জন কলিতাদেৱে দেৰেত্তৰ "উপলব্ধি" নামৰ কিতাপখনত লিখিছে; "সোনা-

লীৰ এনেবোৰ চিন্তা মনলৈ আহিলেই সোণালীয়ে নিজকে গঢ়ি তুলিব খোজে। সোণালীৰ কল্পনাৰ সেই ছোৱালীজনী সত্য নিষ্ঠাৰ ওপৰত প্ৰতিষ্ঠিত, আদৰ্শৰে মহিমামণ্ডিত এগৰাকী মহিমাময়ী নাৰী যি দুৰ্গতজনৰ অন্তবেদনা মৰ্ম্মে মৰ্ম্মে উপলব্ধি কৰে, যি দিশহাৰা জনক পথৰ সন্ধান দিয়ে, পতন মুখীক উদ্ধাৰৰ প্ৰেৰণা দিয়ে।"

এইবোৰ স্বভাৱৰ ওপৰিও নাৰীৰ এখন বহল হৃদয় আছে; মায়া, মমতা আছে। প্ৰকৃতিৰ সহজাত স্বভাব নাৰীৰ গাত বিদ্যমান। নিজৰ সন্তান নহলেও আনৰ সৎ, শান্ত স্বভাৱৰ শিশু, ডেকা-গাভৰু আদিক নাৰীয়ে নিজৰ সন্তানৰ দৰেই গণ্য কৰিব পৰা এখন অন্তৰ আছে। সৎ স্বভাবৰ, অমায়িক আৰু সন্মান কৰিব জানা যিকোনো বয়সৰ লৰা বা ছোৱালী যেই এনেধৰণৰ সৎ স্বভাব, পবিত্ৰ অন্তৰৰ নাৰীৰ একেবাৰে আপোন হৈ পৰিব পাৰে। কিন্তু অসৎ স্বভাৱৰ, উদণ্ড প্ৰকৃতিৰ আৰু অভদ্ৰ আচৰণৰ কোনো লৰাই হওক নাইবা ছোৱালীয়ে হওক এনেবোৰ নাৰী নালাগে আন কাৰোৰে পৰা সমাদৰ নাপায়। অৱশ্যে বৰ্ত্তমান সমাজৰ ন-পুৰুষ আৰু মহিলা সকলৰ অসত্তামীবোৰে আজিৰ এই সৎ চৰিত্ৰৰ নাৰীসকলকো বিমুৰত পেলাইছে— বিশ্বাস কৰিবলৈ টান পোৱা হৈছে। কিন্তু আজিৰ পৰা আৰু চাৰি পাচতা দশকৰ আগৰ নাৰীৰ এনে সৎ স্বভাব অতি প্ৰকত আছিল। সময়ৰ লগে লগে সমাজৰো পৰিবৰ্ত্তন হৈছে, মানুহৰ মনবোৰত সু-বুদ্ধিতকৈ কু-বুদ্ধিয়েহে বেছিকৈ ঠাই পাইছে, আৰ্থিক অনাটনবোৰে মানুহক জুৰুলা কৰিছে, সামাজিক অশান্তিবোৰে মানুহৰ শৰীৰ মন কণীয়া কৰিছে— ফলত আজিৰ নাৰীসকলৰো মনৰ আকুলতা অতীতৰ নাৰীৰ তুলনাত বহুত কমিল। আগৰ দিনত নাৰীৰ মনেই কিয় পুৰুষৰ মনবোৰো অতি দৰদি আছিল। কোনো-বাই খাবলৈ নাই বুলি শুনিলেই নিজ ভঁৰালৰ পৰা ধান উলিয়াই সেই অসহায় ব্যক্তিজনক দিছিল; দুপৰীয়াৰ সময়ত অহা আলহীৰ বাবে বহুতে অপেক্ষা কৰি আছিল— একেলগে দুপৰৰ আহাৰ খাবৰ

বাবে— আলহীৰ ঠাইত কোনোবা ভীকাৰি আহিলেও ছুপৰৰ অতিথি সাক্ষাৎ দামোদৰ বিপ্ৰ বুলি গৰি লৈ তৎক্ষণাত বাৰীৰ পৰা কলপাত কাটি আনি চোতালতে হলেও খাবলৈ দিহে পাচত নিজে অন্ন গ্ৰহণ কৰিছিল—অকল সেয়ে নহয়— দা এখন, চুৰীয়া এখন নাইবা গৰু এটাৰ বিনিময়তে নাইবা কাৰোবাৰ দুখ সহ্য কৰিব নোৱাৰিও বহুতে নিজৰ পট্টা মাটিৰে হওঁক নাইবা দখলৰে হওঁক দুই তিনি বিঘালৈকে মাটি এৰি দিয়া উদাহৰণো আমাৰ আগৰ সমাজৰ আছিল— আমি এনেকোৱা বহু ঘটনাই শুনিবলৈ পাইছো—আনকি মোৰ নিজা ককা-দেউতাইও এটা পৰিয়ালক এখন ধুঁতিৰ বিনিময়ত আৰু প্ৰতি-বেশীৰ প্ৰয়োজনত এপুৰা মাটি এৰি দিছিল আৰু আজি সেই মাটিৰ ভেলোৱেশ্বন লাখ টকাৰো অধিক। কিন্তু আজি ? আজি মাটি দান কৰা দূৰৰ কথা— চুপৰীয়া ঘৰলৈ অহা ভীক্ষাৰিক ভাত খোৱাওৱা দূৰৰ কথা আনকি ঘৰলৈ বহুদিনৰ মূৰত অহা আলহীকো বহুতো গৃহস্থই আজি কালি ছুপৰীয়াৰ ভাত সাজ খাবলৈ নকয়— আলহী বহুৱাই থৈ গৃহস্থই কয়— আপুনি অলপ বহকচোন— মই ভাত্ত কেইটা খাই লওঁ; কোনো আলহীক আকৌ হাঁহিৰে তামচা কৰি কয় আপুনিয়ো মানুহ দিয়ক এই ভৰ ছুপ-ৰীয়াখনহে ওলাবহি লাগেনে ?. পিছে ভাত-পানী খাই থৈ আহিছেনে ? আলহীয়ে এনেকৈ শুধিলে বহুতে মিছায়ে খাই আহিছো বুলি উত্তৰ দিবলৈ বাধ্য হয়। কাৰোবাক ছুপৰীয়া অহা দেখিলে ভাতিবেলা এপাক মাৰিবলৈ কয় বা সন্ধ্যাৰ পৰতে আহিলে অলপ নিৰলে কথা বতৰা কেইটা পতাৰ সুবিধা দেখুৱাই—বেয়া পাবলৈ মানা কৰি কয় — বেয়া নাপাব দেই। এইৰবেই বহু পৰিয়ালে আজি কালি বহু আলহীক ঘৰৰ পৰা দৌৰাই দিয়াৰো বহুত প্ৰমাণ আমাৰ সমাজতে আছে। মুঠতে আজি কালি সকল পুৰুষসকল নগৰীয়া মানুহৰ ঘৰত বিশেষকৈ গলে এনে ব্যৱহাৰেই দেখিবলৈ পায়— বহুতে আকৌ থিয়হৈ থিয়হৈ কথা পাতি বাৰাণ্ডাৰ

পৰাই পঠাই দিয়ে— সেয়ে আজি কালি আৰু এটা নতুন প্ৰক্ৰিয়া আমাৰ সমাজত চলিছে। নগৰবোৰত প্ৰায়বোৰ চাকৰিয়াল ব্যৱ-সায়ীৰে গাড়ী নাইবা একোখন স্কুটাৰ আছে। আজি কালি বহুতো পুৰুষেই আমোকাৰু লগ পাব লাগিব বুলি নিজৰ পৰিবাৰকো গাড়ী বা স্কুটাৰৰ পাচত বহুৱাই লৈ যায় যাতে মাইকী মানুহ গৰাকীৰ সৈতে মানুহজন সোমাই গলে বিষয়া বা গৃহস্থ ঘৰে অন্ততঃ বহিবলৈ কব নোৱাৰাকৈ নাথাকে আৰু কথাৰ মহলাৰে যাতে কামটোৰো অলপ আগবঢ়াৰ সুবিধা কৰিব পাৰে। এনে ধৰণৰ প্ৰক্ৰিয়াবোৰেই আজি কালি আমাৰ সমাজত বৰকৈ প্ৰচলন হৈছে। এনে ক্ষেত্ৰত বাৰু এতিয়া গৃহস্থকে দুষিবা নে আলহীকে দুষীবা ? মানে আজি কালি কোনো পক্ষই শুদা নহয়। দূৰদৰ্শনৰ চিৰিয়েলবোৰত দেখিছুই নহয় - নিজৰ মানুহ, মাহীয়েকৰ ছোৱালী, খুলশালী ছোৱালী আদিয়ে নতুনকৈ কেটাৰিং শিকি আহি দাদা-বো নাইবা বাই-ভিনীক কি বিপদত পেলাই ; সেয়ে এইবোৰ কাৰণেও আজি কালি বহুতে নিজৰ আলহীকো বেছি দিন ৰাখিবলৈ ইচ্ছা নকৰে, একে দিনাই গুছি যোৱা আলহী আহিলে অৱশ্যে বহুতে ভালেই পায়। কাৰণ আজি কালি মানুহৰ স্বভাৱ-চৰিত্ৰ আগৰ মানুহৰ দৰে নহয়। আজিৰ মানুহক বিশ্বাস কৰিব নোৱাৰি সিফালে সি পুৰুষেই হওক বা মহিলাই হওঁক। আজিৰ মানুহে খাই পাত ফালে, সচা কথা নকয়, শিষ্টাচাৰ নজনা হল. মানুহৰ মনত দয়া মমতা নোহোৱা হ'ল— সেয়ে প্ৰত্যেক গৃহস্থইও অনুৰূপ চৰিত্ৰ গ্ৰহণ কৰিব লগাত পৰিছে। এই সম্পৰ্কত তোক এটা সাধাৰণ উদাহৰণ দিও শুন ! এদিন একনী ছোৱালীয়ে গাৱৰ পৰা কেনেবাকৈ আহি গুৱাহাটীৰ এটা প্ৰেছত কাম কৰিলেহি; সময়ত তাই এটা বয়সস্থ মানুহৰ লগতে বিবাহ পাশত আবদ্ধ হ'ল। গিৰিয়েকৰো কোনো চাকৰি বাকৰি নাই— থকাৰ অসুবিধাৰ বাবে কেনেবাকৈ কিবা এটা সুবিধা কৰি গুৱাহাটীৰে পাহাৰ এটাৰ অলপ ওপৰত অকনমান চৰকাৰী মাটি দখল কৰি এটা সাধাৰণ ঘৰ বনাই

থাকিবলৈ ললে। এদিন হঠাতে ছোৱালীজনীয়ে নিজৰ গাৱৰ ছুটা লৰাক বজাৰ এখনতে লগ পালে। সিহঁতেও নিজৰ গাৱৰ ছোৱালী-জনীক লগ পাই ভাল পালে। গুৱাহাটীত লৰা দুজনৰ থাকিবলৈ অসুবিধা হোৱা বুলি জানি ছোৱালীজনীয়ে সিহঁত দুটাক কলে— তহঁতে যদি মনত বেয়া নাপাৱ তেন্তে দুই তিনিদিন মোৰ ঘৰতে থাকিব পাৰিবি কিন্তু থকা-মেলা, খোৱা-বোৱাত কষ্ট পালে নিজৰ দুখীয়া ভনীৰ ঘৰ বুলিয়ে কষ্ট কৰিবি আৰু। দুয়োভাই তাইৰ কথাত মান্তি হৈ কলে— আমাক এখন বিছনা দিলেই হল—তই তেনেকৈ কৈছ কিয় সকলো মানুহেই কিবা একেটা পৰিবেশত থাকিব পাৰিছেনে? আমি যিকোনো পৰিস্থিতিতে থাকিব পাৰো কিন্তু তোৰ অসুবিধা হলেহে আমি মনত কষ্ট পাম— তই যদি এনে ভাব নকৰ আৰু তোৰ মিষ্টাৰে যদি বেয়া নাপায় তেন্তে বল তোৰ তালৈকে যাওঁ। তাই কলে মোৰ মিষ্টাৰে অকনো বেয়া নাপায় কিন্তু তহঁতক ভালকৈ আলপৈচান ধৰিব নোৱাৰিহে মনত বেয়া পাব। বাদ দে সেইবোৰ বেয়া পোৱাৰ কি কথা আছে আমি কিবা স্বৰ্গ সুখত থক মানুহনে বল আমি একো বেয়া নাপাওঁ। দুয়োজন ছোৱালীজনীৰ ঘৰলৈ আহিল। তাইৰ গিৰিয়েকৰ লগতো বেচ বন্ধুত্ব কৰি দুদিন থাকি সিহঁতৰ কাম গুৱাহাটীত শেষ কৰি নিজৰ ঘৰলৈ গুছি গ'ল। থকা দিন দুটাত তাই আৰু তাইৰ গিৰিয়েকে লৰা দুজনে বেয়া পাব বুলি কাৰোবাৰ পৰা ধাৰ ঋণ কৰি মাছে মাংসৰে দুয়োতাকে খোৱাই-বোৱাই ভালকৈ ৰাখিলে। কিন্তু প্ৰায় দুমাহৰ পাচত যেতিয়া সেই ছোৱালীজনী মাকৰ ঘৰলৈ বুলি গাৱলৈ গ'ল তেতিয়া তাইৰ মাকে সেই লৰা দুটাৰ কথা কলে— তই আৰু গাৱৰ ভাই ককাই বুলি কাকো তোৰ তাত নাৰাখিবি। তোত তাত থাকি আহি সেই দুটাই গাওঁখন বতভাই ফুৰিছেহি। কিয়? কিয় মানে— তই নিজ ইচ্ছামতে কৰবাৰ বুঢ়া এটাৰ লগত বিয়া হলি, ঘৰ বুলিবলৈ তোৰ ঘৰটোৰ কথা গাৱৰ মানুহক যেনো কলে সিহঁতৰ

লাজেই লাগে, গাঁৱৰ গোহালী ঘৰবোৰো হেনো তোৰ ঘৰটোতকৈ ভাল। তোৰ ঘৰলৈ যাবলৈকে হেনো বাট পথ নাই। পাহাৰৰ ওপৰত জংঘলৰ মাজত এটা জুপুৰী সাজি তইত দুটাই হেনো বনবাসত্ব খাটিছ। পাহাৰৰ ওপৰত গা-পাটো ধুবলৈ পানী অকনতো নায়েই খোৱাৰ পানী থিনিবো আকাল। প্ৰায় আধা কিলোমিটাৰমান ৰাস্তা পাহাৰৰ পৰা নামি আহিহে হেনো তলৰ পৰা পানী কঢ়িয়াই নিব লাগে। ভাতোতকৈ বেয়া গালে— তই হেনো থকা দিন দুটাত ভাত এসাজো ভালকৈ খোৱাব নোৱাৰিলি ইত্যাদি বহু কথা কিমান শুনিবি। মই এতিয়া গাঁৱলৈ ওলাবকে মোৱাবো ইটোৱে সিটোৱে শুধে— তোৰ ছোৱালীজনী হেনো কৰবাৰ বুঢ়া এটাৰ লগত বিয়া হ'ল— ইত্যাদি। গাঁৱৰ মানুহবোৰে সিহঁতে আহি তোৰ ঘৰৰ কথাবোৰ কলে মাটিত ঢপলিয়াই ঢপলিয়াই হাঁহে—গতিকে তই ঘৰলৈ আহিছ যেতিয়া গাঁৱৰ কাৰো ঘৰলৈ যাব নালাগে— আৰু শুন ভৱিষ্যতে কোনোবা গুৱাহাটীত মৰি পৰি থাকিলেও যাতে তোৰ গাঁৱৰ মানুহ বুলি কাকো তোৰ ঘৰলৈ নিনিয়! দেখিলি এতিয়া— তই কি শুদ্ধ মনেৰে, আনন্দৰে গাঁৱৰ লৰা বুলি সহায় কৰিলি আৰু সিহঁতে বিপদৰ পৰা উদ্ধাৰহে আহি তোৰ ওলোতাই বদনামহে কৰিলেহি। গতিকে আজি কালি মানুহক বিশ্বাস নকৰিবি—সহায় কৰাৰ প্ৰয়োজন নাই — বিপদত পৰিলেও তালৈ চকু দিব নালাগে কাৰণ বিপদৰ পৰা উদ্ধাৰ হোৱাৰ পাচত যি তোৰ বিপৰীতেহে হুঁল পুতিব। —মাকৰ কথাত তাইৰ চকুৰ পানীবোৰ হৰ হৰকৈ ওলাই আহিল। মোৰেই ভুল হ'ল মা! তাই কলে। সিহঁতক সহায় কৰা তকৈ নকৰাই ভাল আছিল কিন্তু সিহঁতে গুৱাহাটীত থাকিবলৈ অসুবিধা হোৱা বুলি শুনিহে মই সিহঁতক মোৰ তালৈকে মাতি নিছিলো কাৰণ মোৰ অন্তৰমনে মনা নাছিল যে নিজৰ গাঁৱৰ লৰা দুজনৰ কিবা অসুবিধা হওঁক! তাৰ বাবেই মই সিহঁতক সহায় কৰিছিলো অৱশ্যে এতিয়াহে মই বুজিছো— আজিৰ মানুহৰ অন্তৰ চৰিত্ৰবোৰ কেনে ধৰণৰ। সিহঁত দুটা থকা

দুদিন মই আৰু এওঁ ধাৰ ঋণ কৰি হলেও সকলো বস্তুৰেই আনিছিলো। মাছে-মাংসৰে দুইটা দিনেই ভাত-পানী খাবলৈ পাই আমাৰ এওঁৰ লগতো বেচ বন্ধুত্ব কৰি আমাক নানান প্ৰশংসাও কৰিছিল কিন্তু গাওঁ পাই সিহঁতে যে এনেবোৰ মিছা কথা কৈ মানুহৰ মনত আমা দুয়োকে হাঁহিয়াতৰ পাত্ৰহে কৰি তুলিবছি তাক মই নালাগে এওঁৱো একেবাৰে চিন্তা কৰিব পৰা নাছিল।

গতিকে মানুহৰ এইবোৰ স্বভাৱৰ বাবেই আজিৰ মানুহৰ ভাল ভাববোৰ নোহোৱা হ'ল। নাৰী সকলেও কাকো বিশ্বাস নকৰে। আপোন বুলি চিন্তা কৰিব নোৱাৰে। কাৰণ বহুতো আপোন মানুহেও নানান অশান্তিৰ সৃষ্টি কৰে। তথাপি নাৰীৰ কোমলমতীয়া স্বভাৱৰ বাবেই সৎ স্বভাৱৰ যুৱক-যুৱতীক কেতিয়াবা পুনৰ বিশ্বাস কৰে আপোন কৰি লয়। কাৰোবাৰ দুখত দুখ কৰে— নাৰীৰ অন্তৰ কান্দি উঠে। শিশুবোৰৰ মৰ্ম্ম স্পৰ্শী বেদনাই নাৰীৰ অন্তৰত ব্যকুল-তাৰ সৃষ্টি কৰে। যেতিয়া নেকি কোনো এক করুন ঘটনাতো পুৰুষৰ মনত চিন্তাৰ, আবেগৰ সৃষ্টি নহয় তেতিয়াও কিন্তু নাৰীয়ে এনে কাৰুন্যতাক বিশেষভাবে চিন্তা কৰে; মনৰ পৰা অন্তৰিকতে দুখ প্ৰকাশৰ ইঙ্গিত ওলাই আহে— এনে কথাবোৰৰ এটা উদাহৰণ মই নিলীমা শৰ্ম্মাই লিখা 'অনুভূতি' নামৰ কিতাপখনত পাইছিলো।— তাত তেখেতে লিখিছিল "তাইৰ হাৰ্তত যেন বৰকাকতিৰ পৰশখিনি এতিয়াও লাগি আছে। এটা মিঠা সপ্নাবেশত বুৰ গ'ল দীক্ষা। আৰু বৰকাকতীৰ লৰাটো। তাৰ করুন লৰাটোক তাই যেন তাইৰ বুকুৰ আটাইখিনি মৰম বাকি দি চহকী কৰি দিব। তাক যেন প্ৰানেৰে বুজাই দিব, প্ৰত্যেক নাৰী হৃদয়তে শুই থাকে আৰু এখন ডাঙৰ, গভীৰ, উদাৰ হৃদয়। সেইখন মাতৃ হৃদয়। কোনো একোজনৰ ঠেক ছিগা অসহায়তা দেখিলে সেই হৃদয় জাগি উঠিব খোজে। তাইৰ গাভৰু মনটোৱে দাম্পত্য নে অপত্য স্নেহৰ কান্দোন লাগালি মেলিছে কীকাই নাজানিলে।" —এনেবোৰ উদাহৰণৰ সংখ্যা। অনুলো

আমাৰ সমাজত দিনক দিনে কমি আহিছে। মই আগতেই কৈছো যে আজিৰ মানুহৰ অন্তৰৰ পৰা মায়া, মমতা, ধৈৰ্য্য সহিষ্ণুতা, ক্ষমা, উদাৰতা আদি সকলো লোপ পাইছে। ধন সম্পত্তি, টকা-পইচা, ঐশ্বৰ্য্য বিভূতিৰ মোহে মানুহক অন্ধ কৰিছে। জীৱনৰ আদিম অৱস্থাত নানান মুনিষী সকলৰ সৎ চৰিত্ৰৰ কথাবোৰে শিশু বোৰক সৎ কৰ্ম্ম, সৎ স্বভাৱৰ বাবে আকৃষ্ট কৰিছিল যদিও বয়স বাঢ়ি অহাৰ লগে লগে, শিক্ষাৰ পৰিসৰ বঢ়াৰ লগে লগে সমাজৰ বিকৃতধৰ্মীয়া পৰিস্থিতি বোৰে, নাটক, গল্প, কথা চবি আদিৰ কাহিনীবোৰে যুৱক-যুৱতী বোৰৰ মনবোৰো অশৃঙ্খল কৰি পেলালে— আৰু এইবোৰ কাৰণেই আজিৰ বেছিভাগ যুৱক-যুৱতীৰ মনতে হিংসা, প্ৰতিহিংসাৰ ভাবহে জাগি উঠিছে। কিয়নো সৰুতে আহৰণ কৰা শিক্ষাৰ পৰা পোৱা সৎ কথাবোৰৰ লগত ডাঙৰহৈ অহাৰ লগে লগে সমাজৰ চাৰিত্ৰিক পৰিবেশটোৱে দেখুওৱা শিক্ষাৰ লগত কোনো প্ৰাসঙ্গিকতা নাই। উদাহৰণ স্বৰূপে মই কব বিছাৰো যে সৰুতে আমি পঢ়িছিলো, শিকিছিলো যে "দুখীয়াক পুতৌ কৰিব লাগে" কিন্তু আজিৰ সমাজৰ চাৰিত্ৰিক দিশটোৰ পৰা আজি সচাকৈয়ে স্পষ্টভাবে দেখিছো যে যদি আজি এনে দুখীয়াক পুতৌ কৰা হয় তেন্তে কাইলৈ মানান বদনামৰ ভাগিও হব লগা হয়। সেই দুখীয়াজনে আজি পোৱা সহায় কাইলৈ হঠাতে পাহৰি যায় —বিপদৰ পৰা উদ্ধাৰ হলে মনাল অহঙ্কাৰ ভাব আনে আৰু সহায় কৰি দিয়া জনকে ওলোটাই জগৰীয়া কৰে এয়া আজিৰ মানুহৰ স্বভাৱ। সৰুতে আৰু পাইছিলো যে "অহিংসাই পৰম ধৰ্ম্ম"—কাকো হিংসা কৰিব নাপায়। এই মূল মন্ত্ৰকে সাৰোগত কৰি মহামানৱ মহাত্মা গান্ধীয়ে ভাৰতবৰ্ষৰ সমূহ জনগণৰ বিপুল সমৰ্থনত ইংৰাজৰ হাতৰ পৰা নিজ দেশক স্বাধীন কৰিব পাৰিছিল— কিন্তু সেই মূল মন্ত্ৰৰে দেশ স্বাধীন কৰা আজি আধা শতাব্দী পাৰ নহওতেই সমাজত, মানুহৰ মনত এই কথা ফাঁকিৰ বিপৰীত প্ৰক্ৰিয়াহে জাগি উঠিছে। আজি দেশৰ স্বাৰ্থত নহয়, পেটৰ স্বাৰ্থতে আজিৰ সমাজত

মানুহে হিংসাৰ ভাব নেদেখুৱালে বা ভয়ৰ ভাব সৃষ্টি নকৰিলে নিজৰ স্বাৰ্থ আদায় কৰিব নোৱাৰে। কোনো এটা কাৰ্য্যালয়ৰ কথাকে যদি ধৰা যায়—তেন্তে দেখা যায় যে সৎ তৃতীয়া মানুহ এজনৰ হুবলগীয়া কামখিনিও বিনা পাৰিশ্ৰমীক নিদিয়াকৈ হৈ থুঠৈ আৰু সেই মানুহজনেও একেটা কামৰ বাবেই বাৰে বাৰে এই কাৰ্য্যালয়টোলৈ আহি থাকিব লগা হয় কিন্তু ইয়াৰ বিপৰীতে আজি কালি এচাম উশৃঙ্খল যুৱকে দাদাগিৰি দেখুৱাই একেদিনাই তিনি দিনৰ কাম আদায় কৰি অনা দেখা গৈছে ইয়াৰ কাৰণ— হিংসা প্ৰয়োগ। গতিকে ডাঙৰহে অহাৰ লগে লগে যুৱক-যুৱতীবোৰেও সৰুতে শিকা সৎ উপদেশ, উদাহৰণ বোৰ পাহৰি যাবলৈ ধৰে। সমাজৰ পৰিবেশত পৰিবেষ্টিত হয়। সৰুতে পাইছিলো যে সদায় সচা কথা কবা কিন্তু আজি আমি নিজেই দেখিছো যে সমাজৰ এজন মানুহেও সচা কথা নকয়— মিচা, ভুৱা প্ৰৱঞ্চনাৰ ওপৰতে দেশখন চলিব ধৰিছে। সাধাৰণ মানুহৰ পৰা চৰকাৰৰ প্ৰতিনিধিলৈকে সকলোৱে মিচা কথা কয়। বিষয়া কৰ্ম্মচাৰীৰ পৰা সাধু-সন্তলৈকে নানান মিছা কথাৰ মাজেৰেই চলিছে। সাধাৰণ শ্ৰেণীৰ মানুহে আজি কালি নাইতেই থাকে, চৰকাৰে বাতৰি কাকত, আকাশবাণী, দূৰদৰ্শনৰ জৰিয়তে প্ৰচাৰ কৰা তথ্যবোৰৰ সৰহভাগেই মনেসজা, ভুৱা। চৰকাৰী বিষয়াবোৰে উপঢৌকনৰ বাবে সকলো কামতে মিচা কথাকৈ ৰাইজক হাৰাশাস্তি কৰে, কৰ্ম্মচাৰী বিলাকৰ কথা— বৰ্ত্তমানৰ কেলেঙ্কাৰীবোৰেই প্ৰকৃত প্ৰমান। সাধু সন্ত গুণী জ্ঞানীজনেও প্ৰাণৰ ভয়ত সচা কথা আজি কালি নকয় আৰু কব নোৱাৰে। উদাহৰণ স্বৰূপে আজি যদি কোনো দুস্কৃতিকাৰী এজন বা দুজনে হঠাৎ কাৰোবাক এনে গুণী জ্ঞানী পুৰুষ এজনৰ সন্মুখতে মাৰি থৈ যায় সেই দুজন দুস্কৃতিকাৰী চিনি পালেও, তথাপি পুলিচৰ আগত তেওঁ কোনে মাৰি থৈ গ'ল দেখাই নাপালো বুলিহে প্ৰকাশ কৰে কাৰণ আজি তেওঁ সেই দুজনৰ নাম প্ৰকাশ কৰি দিয়াৰ লগে লগে নিশ্চিত দুজনক পুলিচে ধৰি নিলেও কাইলৈ সেই

কৌচজনৰ সংগঠনৰ আন কোনোবা ছুজনে সেই গুণী জ্ঞানী জনকো মাৰি থৈ যোৱাৰ ভয় আছে সেয়ে নিজৰ জীৱনৰ মোহলৈ লক্ষ্য কৰি সকলোৱে মিচা কথাকৈ নিজে বাচি থকাটোকে বাঞ্ছা কৰে। সেয়েহে সচা কথা কৈ নিজৰ জীৱনলৈ অপ মৃত্যুক মাতি অনাটো কোনোৱে বাঞ্ছা নকৰে। সেয়েহে আজি কালি সমাজৰ অতি সৎ নিষ্ঠাবান, গুণী জ্ঞানী মানুহজনেও সচা কথা কবলৈ সাহস নকৰা হ'ল।

এনেকৈ যদি আজিৰ সমাজখনৰ চাৰিত্রিক দিশটোৰ মানদণ্ডৰ পতন ঘটে আৰু মিচা, ফাঁকি, ভণ্ডামী, গুণ্ডামী আদিৰ ওপৰতেই সমাজখন চলিব লগা হয় তেন্তে আৰু খুব বেছি দিনলৈ আমি আটাইয়ে বাচি থকা টানহে পৰিব। এইবোৰে পৃথিবীক ধ্বংসৰ পথলৈহে আগবঢ়াই নিছে— ইয়াক ৰোধ কৰিব পৰা ক্ষমতা বৰ্ত্তমান কাৰো নাই— ই সময়ৰ আৰু যোগৰে প্ৰতিক্ৰিয়া। যাক নেকি মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে কীৰ্ত্তনত বনাই কৈছে যে “কলিৰ শেষত হইবে কল্কী অৱতাৰ। কাটি মাৰি ম্লেছক কৰিব বুণ্ডামাৰ ॥” এই মহান মুনিঋষীসকলৰ কথা অথলে নাযায়— বিজ্ঞানে যিমানেই উন্নতি নকৰক— এই কথাবোৰ কালৰ সোঁতত এদিন ফলিয়াবই। পৃথিবীত পুনৰ নতুন যুগৰ সূচনা হবই। মানুহবোৰ মৰি শেষ হ'ব— নতুন যুগৰ বেলিকা পৃথিবীলৈ মানুহৰ দৰে জ্ঞান বুদ্ধি থকা আন কোনো প্ৰাণী আহি যে পৃথিবীৰ উত্তৰাধীকাৰী হ'ব এনে নহয়। পৃথিবীত এনে দুৰ্যোগৰ মাজতো বাচি থকা একাংশ মানুহেই পুনৰ পৃথিবী সংস্কাৰ কৰিব, মানৱ জাতিৰ মাজত দৃঢ় সংগঠন গঢ়ি তুলিব। কিন্তু এই একাংশ মানুহেই বা কোন? চৰকাৰী বিষয়াবৰ্গ? সামৰিক অসামৰিক বাহিনীৰ বিষয়াসকল? দেশৰ প্ৰতিপত্তিশীল বুদ্ধিজীৱিসকল নে আন আন ৰাজনৈতিক দলসমূহৰ নেতাসকল? এই বোৰৰ কোনোৱে হয়তো সেই একাংশৰ ভিতৰত নপৰিবও পাৰে। অথবা দুই চাৰিজন যে এই সকল লোকৰ মাজৰ পৰা বাচি থাকিব

মোৱাৰিব তাকো স্পষ্টকৈ কব নোৱাৰি। তেন্তে বাচি থাকিব কোন? বাচি থাকিব এই কেইজন মানুহ যি কেইজনে সত্যত থাকি আনৰ উপকাৰ কৰিব পৰা নাই যদিও জীৱনত কাৰো অপকাৰ, অনিষ্টও কৰা নাই বা এনেবোৰ কথাৰ চিন্তা কৰা, মনত স্থান দিয়াটোও এটা মহাপাপ বুলি গণ্য কৰে। পৃথিবীত বিভিন্ন ধৰ্ম্মৰ জন্ম হৈছে, বিভিন্ন ঋষি মুনিৰ বিভিন্ন মত আদৰ্শ প্ৰচাৰ হৈছে, কিন্তু এই সকলোৰে মূল ধৰ্ম্ম হৈছে এটাই— সেইটোৱেই হ'ল 'সত্য'। ভগবানৰ ওপৰত বিশ্বাস ৰাখি সদায় সৎপথেৰে জীৱন অতিবাহিত কৰা ব্যক্তিসকলৰ জীৱনবোৰ বহুতৰ লাহ বিলাহেৰে পৰিপূৰ্ণ নহলেও মানবসেৱা; কৰ্ম্মানুৰাগী, ভক্তি প্ৰেম আৰু ভক্তিতত্বৰ ওপৰত নিৰ্ভৰশীল হোৱাৰ বাবেই ভগবানে তেওঁক সহায় কৰে, বিপদ কালত ভগবানে উদ্ধাৰ কৰে, আশীৰ্ব্বাদ দিয়ে— কিন্তু এই চৰিত্ৰবোৰৰ বিপৰীত চৰিত্ৰবোৰ যেনে—নৰহত্যা, অকৰ্ম্মণ্য, চৰিত্ৰহীন, ভণ্ডামী আদিত লিপ্ত থকা সকলৰ প্ৰতিপত্তি মাত্ৰ দুদিনমানৰ কাৰণেহে। ভগবানে সিহঁতক ভালকৈয়ে নজৰত ৰাখে আৰু সুবিধা অনুযায়ী মনৰ হাজাৰ আকাংক্ষা পূৰ্ণ হবলৈ নাপাওঁতেই এই সংসাৰৰ পৰা আঁতৰি যাবলৈ বাধ্য কৰায়। গতিকে এনে স্বভাৱৰ কোনো পুৰুষ-মহিলাই পুনৰ সংগঠিত পৃথিবীৰ ন-সংস্কাৰ, সামাজিক পৰিস্থিতি কেনে হব তাক দেখিব নোৱাৰিব। সেয়ে মানৱ জীৱনত মানুহে জাতি, ধৰ্ম্ম, বৰ্ণ নিৰ্ব্বিশেষে মানৱ সেৱা, ভগৱত প্ৰেম, সৎ কৰ্ম্ম আৰু সৎ চৰিত্ৰৰে সামাজিক উৎকৰ্ষ সাধনত ব্ৰতী হোৱাটো বাঞ্চনীয়। এনে কৰিলেও যে মানুহে মৃত্যুৰ হাত সাৰিব পাৰিব সেইটো নহয়— কাৰণ আগৰ দিনৰ মহান পুৰুষ, মুনিৰী আদিয়েও মৃত্যুৰ হাত সাৰি যাব পৰা নাই। তেওঁলোকৰো মৃত্যু হৈছে— তথাপি তেওঁলোকৰ মৃত্যুৱে তেওঁলোকৰ কৰ্ম্মময় জীৱনৰ প্ৰতিভাসমূহক পৃথিবীৰ মানৱ-সমাজৰ পৰা আঁতৰাই নিব পৰা নাই। পৃথিবীৰ বিভিন্ন ঠাইৰ বিভিন্ন সমাজত তেওঁলোকৰ প্ৰতিভা সমূহ জীয়াই আছে— কলত তেওঁলোক মৰিও অমৰ— সমাজৰ শ্ৰদ্ধাৰ

পাত্ৰ। গতিকে আমি আটাইৰে এই অমূল্য জীৱনটোক দুদিনমান বেছিকৈ জীয়াই ৰাখিবৰ কাৰণে সৎ পথেৰে, সৎ চৰিত্ৰৰে আৰু ভগৱত ভক্তিৰে আগবঢ়াই নিব লাগে যাতে আমাৰ মৃত্যু জন্ম-জৰাবৰ দৰে নিচিহ্ন হৈ যাব নোৱাৰে।

যাহওঁক মোৰ কথাবোৰৰ গুৰুত্ব তই যদি আছে বুলি ভাব তেন্তে জীৱনটোক নিশ্চয় উপভোগ কৰিব পাৰিবি কিন্তু যদি মোৰ এই কথাবোৰৰ কোনো অৰ্থ নাই বুলি ধৰিলৱ তেন্তে অৱশ্যে মোৰ আৰু কবলগীয়া একো নাই। তোৰ ইচ্ছামতে বৰ্ত্তমান তই কৰি থকা কাম-কৰ্ম্মবোৰ তোৰ সম্পূৰ্ন ব্যক্তিগত মনৰ আকাঙ্খা— তাত আমাৰ উপদেশ নিমিত্ত মাত্ৰ। তথাপি তোৰ সমনীয়া, বন্ধু বা লগৰীয়া বুলিয়ে এইখিনি কলো। কাৰণ সমান সমনীয়াক যে উপদেশ দিব নোৱাৰে সেইটো নহয় –মই ভাবো সত্য আৰু নিষ্ঠাৰ কথাবোৰ প্ৰয়োজন অনুসাৰে সকলোৰে প্ৰচাৰ কৰিব পাৰে— তাত ডাঙৰ সৰুৰ কথা নাই। কেইজনমান বয়সত ডাঙৰ (জ্যেষ্ঠ) পুৰুষ বহি থকা সমাজ এখনত যে ফুল কোমলীয়া লৰা বা ছোৱালী এজনীয়ে এনেবোৰ কথা প্ৰকাশ কৰিব নোৱাৰিব এনে নহয়। জ্যেষ্ঠ ব্যক্তি হলেও তেখেত বিলাকে সেই কমবয়সীয়া লৰা বা ছোৱালীজনীৰ কথা বা উপদেশ তেওঁ-বিলাকে মানিব লাগিব যদিহে সেই লৰা বা ছোৱালীজনীৰ কথাত উপযুক্ত অৰ্থ আছে– কাৰণ তেওঁলোক আটাইয়ে সেই চেপ্তাৰটোৰ কথা নাজানিবও পাৰে গতিকে সৰুৰ মুখত বৰ বৰ কথা বুলি ওফৰাই দিলেই নহব প্ৰয়োজন হলে এখন সমাজেও এটা শিশুৰ কথা এটা, সত্য কথা এটা কেতিয়াবা মানিব লগা হব। জনা কথা এটা বা সত্য কথা এটা প্ৰকাশ কৰা নাইবা তাৰ দ্বাৰা কাৰো-বাৰ জীৱনৰ উন্নতি হব পৰা উপদেশ এটা সমাজৰ মাজত প্ৰচাৰ কৰাটো কেতিয়াও নিন্দনীয় হব নোৱাৰে, আৰু এনে কামৰ বাবে বয়সৰ বা কোনো প্ৰাৰ্থক্য থাকিব নালাগে। ডাঙৰৰ সৎ উপদেশ যেনেকৈ সৰুৱে মানিব লাগে— ঠিক তেনেকৈ সৰুৰ কোনো উপযুক্ত

উদাহৰণো ডাঙৰে অনুসৰণ কৰিব লাগে। লৰা-ছোৱালীৰ জীৱনবোৰ শান্তি সম্প্ৰীতিয়ে যাতে ভৰি পৰে তাৰ বাবে নিজ পিতৃ-মাতৃয়ে সদায়ে আশীৰ্ব্বাদ দিয়ে, সিহঁতক সজ পথে চলিবলৈ উপদেশ দিয়ে— শিক্ষা-গুৰু নাইবা যি কোনো জ্যেষ্ঠ ব্যক্তিয়েও এনেবোৰ উপদেশ দিয়ে, যিবোৰ উপদেশৰ আঁহি অতীজৰ পৰা আজিলৈকে আমাৰ সমাজৰ সকলোস্তৰতে প্ৰচলিত হৈ আহিছে। এখন সুস্থ সমাজ গঢ়িবৰ বাবে ডাঙৰে সৰুক সকৰে পৰা এনেবোৰ সৎ উপদেশ দিব লাগে আৰু এইবোৰ উপদেশ আৰু আহিঁ তেওঁলোকক দিয়াটোও এক সামাজিক দায়িত্ব বুলিয়ে ধৰিব লাগে। কিন্তু আজি কালি এচাম মানে সৰহ সংখ্যক লোককে দেখা গৈছে যে তেওঁলোকে নতুন চামক কোনো উপদেশ দিব নিবিচাৰে কাৰণ নতুন যুৱক-যুৱতীৰ অন্তৰবোৰত আধুনিক চিন্তাধাৰা, ভাৱৰ প্ৰৱনতা আদিয়ে নতুন দিশত টাপলি মেলিছে, শিক্ষাই প্ৰসাৰতা লভিছে সেয়ে তেওঁলোকে আজি কালি আমাৰ কথাবোৰৰ সাৰমৰ্ম্ম বুজিব নোৱাৰে আৰু বুজিবলৈ চেষ্টাও নকৰে। সেয়ে এতিয়া সমাজত দেখা দিয়া ব্যাধিটোৱে ডাঙৰ সৰু দুয়োটা চামকে সমানে জগৰীয়া আৰু দোষী কৰি তুলিছে। সৰুৱে ডাঙৰৰ উপদেশ অনুকৰণ কৰিব নিবিচাৰে আৰু ডাঙৰে সৰুক উতনোৱা হল বুলি সজ উপদেশ দিবলৈকো চিন্তা নকৰে ফলত আজিৰ সমাজত নানান ঘটনাই সংঘটিত হবলৈ ধৰিছে। ইয়াৰ মূলতে আজিৰ আধুনিক সমাজখনেই প্ৰকৃত দায়ী। কাৰণ আধুনিক সমাজখনে, সমাজৰ সভ্য ব্যাক্তিসকলে সাধাৰণ সমাজক কৈছে বা উপদেশ দিছে যে লৰা-ছোৱালীক সকৰে পৰা ভালকৈ খোৱাব পিন্ধাবলৈ সকলোৱে চেষ্টা কৰা উচিত। তেওঁলোকৰ মনৰ জোখাৰে খেল-ধেমালীৰ সামগ্ৰীবোৰ যোগান ধৰিব লাগে— মনৰ আনন্দ আৰু নানান কথা শিকিব পৰাকৈ সময়ে সময়ে চিনেমা, থিয়েটাৰ, টেলি-ভিচনৰ চিৰিলেবোৰ চাবলৈ দিব লাগে, পৰিয়ালৰ সকলোবোৰেই একেবাৰে ফ্ৰি হব লাগে, সংকোচ মনোভাব কেতিয়াও পোষন কৰিব

নালাগে,' মাক-বাপেক লবা-ছোৱালীয়ে একে লগেই বাৰত ভিনাৰ কৰা, ড্ৰিংক কৰা আদি কামবোৰত কোনো সংকোচ দেখুৱাৰ নালাগে। লৰা-ছোৱালীক শাৰীৰিক ভাবে কোনো ধৰণৰ কষ্ট দিয়া বা মানসিক ভাবে বেজাৰ পোৱাৰ দৰে কাম পিতৃ-মাতৃয়ে কেতিয়াও কৰিব নাপায়— এইবোৰ কামৰ বাবেই আজি গাৱৰ ক্ষুদ্র সমাজবোৰৰ গৰীব শ্ৰেণীৰ বাইজৰ পিঠিত আজি বাইডাংৰ মাৰ পৰিছে— কিয়নো নগৰৰ ব্যক্তি সকলৰ আদৰ্শ গ্ৰহণ কৰিবলৈ গৈ গাৱৰ মানুহবোৰে লৰা-ছোৱালীক শাসন কৰাটোও এটা ভুল বুলি বিবেচনা কৰিছে। সিহঁতক দিব লগা বস্তুবোৰ দিব নোৱাৰি ঘৰৰ সম্পত্তি বিক্ৰী কৰি হলেও দিব লগাত পৰিছে; আৰ্থিক ভাবে অৱস্থা সম্ভালিব নোৱাৰা পৰিয়ালবোৰেও আজি আলট্ৰা-মৰ্ডান চচাইটি এখনৰ এনভাৰেনমেণ্ট ক্ৰিয়েট কৰিব বিচৰাৰ বাবেই কাউৰীয়ে ম'ৰাৰ পাখী লগোৱাৰ দৰে সমাজখনত বিশৃঙ্খলাই দেখা দিছে। কাৰণ গাৱৰ প্ৰায়বোৰ বাইজেই নগৰৰ ধনী ব্যক্তি সকলৰ ধৰণেৰে সকলো সা-সুবিধা লৰা ছোৱালীক দিব নোৱাৰে— তথাপিও নগৰৰ মানুহবোৰৰ মনোভাবৰ লগত খাপ খোৱাবলৈ মৰি হুজি সকলে পৰা নিজৰ লৰা ছোৱালীকো একে সা-সুবিধা দিবলৈ চেষ্টা চলাইছে— শাসন কৰিবলৈ প্ৰায় এৰি দিছে ফলত যেতিয়া সিহঁতবোৰ ডাঙৰহৈ আহিছে তেতিয়া আকৌ সিহঁতে বিচৰা সামগ্ৰীবোৰ সেই গাৱলীয়া পিতৃজনে দিব পৰা নাই আৰু তাৰ বাবে সিহঁতক বুজনিও দিব নোৱাৰা হৈ পৰিছে। ফলত সেই চাম যুৱক-যুৱতীয়ে পৰিয়ালৰ ওপৰত্তে ক্ৰমহৈ সমাজৰ মাজত প্ৰচলিত নিয়ম নীতিবোৰৰ প্ৰতি প্ৰতিবাদী হৈ পৰিছে— নিজ চিন্তা ধাৰাই কাম-বোৰ কৰিবলৈ আগবাঢ়িছে তাত পিতৃ-মাতৃয়ে এতিয়া বাধাও দিব নোৱাৰা হৈছে। ফলত সন্তানৰ কু-কৰ্মবোৰৰ বাবে আজি পিতৃ-মাতৃয়ে কষ্টভোগ কৰিব লগা হৈছে, সমাজে আভেকত ভোগীৰ লগাত পৰিছে কিন্তু আগৰ দিনত ডেকা অৱস্থালৈকে বাপেকে পুতেকক শাসন কৰাৰ বাবে ডাঙৰৰ উপদেশ মানি চলিব দিয়াৰ বাবে সেই-

বোৰ ডেকা-গাভৰুৰেও সমাজৰ দায়িত্ববোধ বৃদ্ধি পাইছিল আৰু এনেধৰণৰ বিশৃঙ্খলাৰ সৃষ্টি সমাজত বিশেষকৈ হৈ উঠা নাছিল। মানুহে মনে ভৰাদৰে সকলো কাম অৱশ্যে সম্পূৰ্ণ কৰিব নোৱাৰে সঁচা— তথাপি জ্যেষ্ঠজনৰ সৎ উপদেশ আৰু উদাহৰণক উলাই কৰি, কাম কৰিবলৈ চেষ্টা নকৰি হাত সাবতি বহি থাকিলে সমমত অধঃপতনহে হোৱা দেখা যায়। ধৰিল, এজন মেধাবী ছাত্ৰই জীৱনটোত পঢ়ি পঢ়ি বিশ্বৰ সকলোবোৰ ডিগ্ৰীয়েই লবলৈ আশা কৰিছে বা কোনো এজনে পৃথিবীৰ প্ৰায় সকলো ভাষাতে নিজৰ সুৰ গীতৰ যোগেদি প্ৰচাৰ কৰিবলৈ প্ৰচেষ্টা চলাইছে— কিন্তু নোৱাৰে— এনেবোৰ লক্ষ্য সম্পাদন কৰাৰ আগতেই তেওঁৰ জীৱনৰ পৰি সমাপ্তি ঘটে— তাৰ বাবেই ডিম্বেশ্বৰ বৰাদেৱে তেখেতৰ "আধা অকা ছবি" নামৰ কিতাপখনত লিখিছে – "জীৱনটোৱেই হল অসমাপ্ত। গতিকে কাম আৰু আশা আকাঙ্খাৰ পৰি সমাপ্তি ক'ত? তেখেতে আৰু লিখিছে "সৃষ্টি কৰ্ত্তাই তেওঁৰ সৃষ্টিক সম্পূৰ্ণ কৰিব নোৱাৰে সাহিত্যিকে তেওঁৰ জীৱনত লাভ কৰা অভিজ্ঞতা প্ৰকাশ কৰি শেষ কৰিব নোৱাৰে. শিল্পীয়ে কোনো এখন ছবিকে সম্পূৰ্ণ আকিব নোৱাৰে।" সেয়েহে এই অসমাপ্ত জীৱনটোতে যিকোনো এটা কামকে সমাপ্ত কৰি জীৱনৰ ভবিষ্যতৰ দিনবোৰৰ বাবে যিকোনো এটা উপযুক্ত পথ গ্ৰহণ কৰিবলৈ শিকি ল, নহলে পিচত প্ৰস্তাৱি। এদিন হয়তু মনত পৰিব-- আমাৰ আজিৰ দিনটোৰ আলোচনাবোৰলৈ আৰু তেতিয়াহে উপলব্ধি কৰিব পাৰিবি এই কথাবোৰৰ সাৰমৰ্ম্ম কিমান আছিল। সেইদিনা সিমানতে আমি শেষ কৰিছিলো আমাৰ আলোচনাবোৰ।

অঞ্জলী! আজি তোমালৈ দিয়া এই চিঠিখন অতি দীঘলীয়া কৰি পেলালো— তুমি হয়তু ইমান দীঘলীয়া চিঠিখন পাই বিৰক্তিয়ে পাবা নহয়? তথাপি মনৰ আশাৰে লিখা কথাবোৰক আৰু সংক্ষিপ্ত কৰিবলৈ ইচ্ছা নকৰিয়ে সকলোবোৰ কথাকেই তোমাৰ আগত দুবহু

প্ৰকাশ কৰিলো। —তুমি বিৰক্তি অনুভৱ নকৰি পঢ়িবা— ইয়াৰ মাজেৰে তুমিও নিশ্চয় কিছু কথা তোমাৰ জীৱনলৈ টানি নিব পাৰিবা।

ৰাতি বহুত হ'ল। শীত কালৰ আগমনত এইয়া হেমন্তৰ শেষতো যথেষ্ঠ ঠাণ্ডা অনুভৱ কৰিছো। চুবুৰী তথা গাঁৱৰ মানুহবোৰ ইতিমধ্যে শুই নিঃপালী দিলে। মাত্ৰ মই বহি আছো একমাত্ৰ তোমাৰ চিঠিখন লিখাত ব্যস্ত হৈ। ৰাতিৰ এই দুপৰ ভাগত গোটেই পৃথিৱী-খনেই নিতালহৈ পৰিছে কিন্তু মোৰ কল্পনাত তুমি যেন এতিয়াও বাস্তৱ ৰূপত মোৰ কাষতে থিয়দি আছা আৰু মই যেন মোৰ অতীতৰ ঘটনা সমূহ তোমাক সো-শৰীৰে সন্মুখতে ৰাখি প্ৰকাশ কৰিছো। শেষত তোমাক যেন মই সজোৰে সাবতি ধৰি এটি চুমা আকি দিছো।

আজিলৈ ইমানতে সামৰণি মাৰিলো— আশাকৰো মোৰ এই দীঘলীয়া চিঠিখনৰ উত্তৰ তোমাৰ পৰা সোনকালে পাম।

শেষত তোমাৰ বাবে পুনৰ হাজাৰ-বিজাৰ মৰমাশীৰ্ব্বাদ পঠালো— লবা। উত্তৰ দিবা।

ইতি—
তোমাৰ মৰমৰ
প্ৰদীপদা

মৰমী অঞ্জলী,

এয়া শীত কালৰ পুনৰ এটি পুৱা। আকাশৰ পৰা নামি অহা ঘন নিয়ঁৰৰ প্ৰকোপত চৌদিশে একো নেদেখা হৈ পৰিছে। শীতৰ প্ৰবলতাই প্ৰাণীজগতৰ মাজত অস্থিৰতাৰ সৃষ্টি কৰিছে। মানুহবোৰৰ গা-মন কোচখাই গৈছে। বহুতে হয়তু এতিয়াও লেপৰ তলতে শুই আছে। বহুতে ঘৰৰ বাৰণ্ডা, গোহালীঘৰৰ একাষত নাইবা পাকঘৰৰ চৌকাতে ডাঙৰকৈ জুঁই ধৰি হাত ভৰিবোৰ সেকাত লাগি গৈছে। সদায়ে পুৱাতে উদয় হোৱা প্ৰকাণ্ড সূৰ্য্যটোৱেও আজি এতিয়ালৈকে ধূসঁৰ পোহৰৰ বাহিৰে ৰদৰ ৰেঙনি পৃথিৱীত পেলাব পৰা নাই। দিগন্ত জুৰি বিয়পি থকা প্ৰচণ্ড নিয়ঁৰৰ কণিকাবোৰে একেলগে বাধা দিছে—সূৰ্য্যৰ পৰা অহা ৰদজাকক পৃথিৱীত পৰিবলৈ— মাত্ৰ একচেতীয়া ৰাজত্ব চলিছে— শীতৰ। ঠাণ্ডাই মানুহৰ মনৰ আনন্দবোৰ যেন বিশেষকৈ আজি এক দানৱৰ ৰূপত গ্ৰাস কৰিছে।

সময়বোৰ পাৰ হৈ গৈ আছে অপেক্ষা কৰিছো মাত্ৰ পুৱতীৰ কাঁচিয়লি ৰদ জাকলৈ। আজিৰ এই সেমেকা পৰিবেশে মোৰ মন আকাশৰ আশাৰ ৰেঙনিবোৰত ক'লা ডাৱৰৰ দৰে বাধাৰ সৃষ্টি কৰিছে। এক অশান্তিৰ ভাবধাৰাই মনৰ আনন্দবোৰ যেন আজি পুৱাতে কাঢ়ি নিছে। চিন্তা কৰিলো— ভাবিলো— নাজানো আজি এই সেমেকা পুৱাটোৱে মোৰ মনলৈ কিহৰ বতৰা কঢ়িয়াই আনে।

মই তোমালৈ মোৰ প্ৰথমখন চিঠিত লিখাৰ দৰেই আজিও প্ৰচণ্ড কুঁৱলীৰ তীব্ৰ প্ৰহেলিকা ঠেলি আগুৱাই গলো— ৰাজ আলি-বাটটোৰ ফালে। অকলশৰীয়া অৱস্থাত নানান চিন্তাই মোৰ মনৰ মাজত খোপনি পুতিলে। মনটো কিয় জানো আজি অকনো ভাল লগা নাই। অনিচ্ছাস্বত্বেও নিজকে মাত্ৰ আগুৱাই নিছো—ৰাজপথটিৰ ওপৰেৰে।

চকুত পৰিল— সদায় পুৱাতে আনন্দত আত্মহাৰা হৈ কিৰিলি

পাৰি থকা শালিকা চৰাই হালৰ এটা চৰাইয়েহে আজি আলিবাটটোৰ একাষত বহি করুণ ভাবে চিয়ঁৰি আছে। দিনটোৰ বাবে পুৱাতে দেখা পোৱা লক্ষনটোৱে মনটোলৈ কিহবাৰ ভাব কঢ়িয়াই আনিলে; ভাবিলো "মোৰ জীৱনলৈকো আজি কৰবাৰ পৰা কিবা দুঃসংবাদহে হয়তো আহি পৰিব।" কথাটো অৱশ্যে সচাই হ'ল। অদৃষ্টৰ লিখনীক কোনেও বাধা দিব নোৱাৰে। ই ঠিক সময়োপযোগী হিচাপেই সমাগত হব। ফল হব কাৰোবাৰ বাবে অতি ভাল, আনন্দৰ আৰু কাৰো-বাৰ বাবে অতি বেয়া, নিৰানন্দৰ। অদৃষ্টৰ লিখনীত কেতিয়াবা কোনোবাই ভাল কাম কৰিলেও বেয়া ফল পাব পাৰে, কাৰণ অদৃষ্টৰ লগত কামৰ সম্পৰ্ক নাই। অতি কষ্টৰে সজা ঘৰটোও অদৃষ্টৰ দুৰত কেতিয়াবা হঠাতে হয়তো ভাঙি পৰিব পাৰে; নানান আশা আকাঙ্খাৰে কিনা গাড়ীখনো হয়তো হঠাতে দুৰ্ঘটনাত পতিতহৈ চুৰমাৰ হৈ যাব পাৰে, এনেবোৰ কামৰ বাবে ভাল কামৰ প্ৰয়োজন নাই প্ৰয়োজন কপালৰ লিখনী— অদৃষ্টৰ। কাৰণ মানুহৰ মনৰ কল্পনাই আকাশতো উৰি ফুৰিব বিচাৰে কিন্তু অদৃষ্টই তাক হয়তো কেতিয়াবা বাধা দিয়ে; মনৰ আনন্দ কাঢ়ি নিয়ে— যাৰ ফলত অশেষ চেষ্টা কৰিয়ো মানুহে মনৰ কল্পনাক বাস্তৱৰ ৰূপত ৰূপ দিব নোৱাৰে। মানুহে কিছুমান কথা অৱশ্যে কয় যে দহজনে পাৰে যিটো তুমিও পাৰিবা যিটো; চেষ্টাৰ অসাধ্য একো নাই— এইবোৰ উপদেশ অৱশ্যে অতি লাগতিয়াল কিন্তু বাস্তৱ ক্ষেত্ৰত মই ভাবো এইবোৰ কথা সকলোৰে ক্ষেত্ৰত সমানে প্ৰযোজ্য নহয়। কাৰণ বহুতে নানান চেষ্টা কৰিয়োতো সকলোৱে মহাকবি কালীদাস, বিশ্ব কবি ৰবীন্দ্ৰ নাথ; বাপুজী মহাত্মা গান্ধী, নেতাজী সুভাষ চন্দ্ৰ বসু, স্বামীজী বিবেকানন্দ বৈজ্ঞানীক চাৰ আইজাক নিউটন, চাৰ্লচ ডাৰউইন, মাডামা কুৰী আদিৰ দৰে হব পৰা নাই। কাৰণ এই সকল ব্যক্তিৰ জন্মলগ্ন আন সকলৰ লগ্নৰ পৰা সাধাৰণতেই বেলেগ। সেয়েহে সকলোৱে চেষ্টা কৰিয়ো সমানে বিশ্ববিখ্যাত হব নোৱাৰে। এনেবোৰ নানান

কথা চিন্তা কৰি থাকোতেই মোৰো আজি এনে দশা হ'ল অদৃষ্টই মোৰ জীৱনলৈ কুমন্ত্ৰনাহে নমাই আনিলে।

নিতৌ 'মৰনিং ওৱাক' কৰি ফুৰা তোমাৰ কনমানি ভাইটিটো সেই ডাঠ নিয়ঁৰৰ প্ৰহেলিকা ঠেলি হঠাৎ মোৰ আগত আৰ্বিভাব হ'ল।—মৰমেৰে মই তাক শুধিলো— ফুৰিব আহিলা ভাইটি? আজি ইমান দূৰৰ'লকে আহিলা যে— তোমাৰ ঠাণ্ডা লগা নাই জানো? লাগিছে। কিন্তু আপোনাক এইখন দিবৰ বাবেহে আজি মই এই খিনি পালোহি— কথাটো কৈ মোৰ হাতত তুমি দিয়া চিঠিখন দি ভাইটিটোৱে মোৰ কাষৰ পৰা গুছি গ'ল-- মাত্ৰ কৈ গ'ল মই যাওঁ। মই অবাকহৈ তাৰ ফালে চাই থাকোতেই সি পুনৰ নিয়ঁৰৰ প্ৰকোপত অদৃশ্য হৈ পৰিল।

আচম্বিকতে মনটো ভাইটিটোৰ ফালৰ পৰা ঘূৰাই আনি তোমাৰ চিঠিখনৰ ওপৰত ৰাখিলো। কাগজখন খুলি চাই দেখিলো— আজি দেখোন তোমাৰ চিঠিখন পোৱাৰ লগে লগে মোৰ মনটোত যিদৰে আনন্দৰ ভাব জাগি উঠিছিল থিক তেনেকৈ বিষাদ আৰু সন্দেহৰ ভাবনাবোৰেও মোক আগুৰি ধৰিছিল। খুলিবলৈ ইচ্ছা নকৰি-- মৰমেৰে চিঠিখন মোৰ পকেটত ভৰাই লৈ পোনে পোনে ঘৰ পালোহি-- আৰু মোৰ কোঠাটোৰ ভিতৰত সোমায়ে মই তোমাৰ চিঠিখন সচাকৈয়ে আজি সন্দেহৰ ভাবৰেই খুলি চালে!

পূজনীয় প্ৰদীপদা!

সীমাহীন মৰম আৰু আন্তৰিক শ্ৰদ্ধা আপোনাৰ বাবে আজি এই ক্ষুদ্ৰ কাকত টুকুৰাৰ জৰিয়তে পঠালো। আশাকৰো লব।

ক্ষমা কৰিব প্ৰদীপদা! আজি সুদীৰ্ঘ্য এটা বছৰৰ পাচত আপোনাৰ মনত দুখ দিবলৈ মই বাধ্য হলো। তাৰ বাবে আপোনী আজি অন্ততঃ মোক ক্ষমাৰ চকুৰে চাই যেন।

আপোনালৈ আজি মই এয়া চিয়াঁহীৰ বোলেৰে চিঠিখন লিখা নাই। অন্তৰৰ বেদনাবোৰ প্ৰকাশ কৰিব নোৱাৰি ঠাণ্ডাৰ ৰাতিটো

কান্দি কান্দি পাৰ কৰি দিলো— দুচকুৰ পৰা নিগৰি অহা চকুৰ সোঁতকেৰে আপোনালৈ আজি এই চিঠিখন লিখিলো— । আপোনাৰ দৰে প্ৰতিভাবান এজন লৰাৰ লগত মোৰ ভালপোৱা গঢ়ি উঠাত মই নিজেই আনন্দিত হৈছিলো, ভাগ্যৱতী বুলি ভাবিছিলো— মোৰ আগৰ চিঠিবোৰেই আপোনাক প্ৰমাণ দিব-- মই আপোনাক কিমান আগ্ৰহেৰে গ্ৰহণ কৰিছিলো— কিন্তু প্ৰদীপ দা অদৃষ্টই আজি ৰূপ সলালে । আপোনাৰ সকলোবোৰ চিঠিয়েই মই অতি আনন্দ আৰু আগ্ৰহেৰে মোৰ ড্ৰেচিঙৰ প্ৰাইভেট ড্ৰয়াৰটোত সযতনে সোমোৱাই সকলো সময়তে ল'ক কৰি ৰাখিছিলো — কিন্তু কি হব ? আজি কেইদিন মানৰ আগতে মোৰ খুৰাই দুৰ্ভাগ্যবশতঃ কিবা প্ৰকাৰে সেই ড্ৰয়াৰটোৰ পৰা আপোনাৰ আটাইবোৰ চিঠিকে সংগ্ৰহ কৰিবলৈ সক্ষম হ'ল । আপোনাৰ আৰু মোৰ গোপন ভালপোৱাৰ খবৰটো ঘৰৰ আটাইৰে মাজত বিয়পি পৰিল । সেইদিনালৈকে মোৰ এই গোপন কথাবোৰ ঘৰৰ কোনোৱে গমকে পোৱা নাছিল; ফলত মোৰ বিয়াৰ বাবে তেওঁলোকে ইতিমধ্যে মোৰ অজ্ঞাতেই যো-জা চলাই আছিল । আপোনাৰ চিঠিবোৰ পাই মা দেউতা, খুৰা আটাইয়ে আচৰিতহৈ পৰিল নাজানো কিয় সিহঁতে আপোনাক বুজি নাপালে । সেইদিনা ৰাতিয়ে গাৱঁৰ কেইজনমান সম্পৰ্কীয় খুৰা, ববদেউতা আৰু নিজৰ মামা-মামীকো মতি আনি আটায়ে মোক তেওঁলোকৰ মাজত বহুৱাই ললে । আপোনাৰ লগত মোৰ গোপন ভাল পোৱাৰ কথাটো তেওঁলোৱে জানিয়ো কিন্তু মোক এই সম্পৰ্কত একো কথা নকলে— মা-দেউতাই মাত্ৰ মোক কলে আই অ ! তই ভাবিচা— তই ছোৱালী মানুহ ! তোৰ দৰে এই বয়সত এনেবোৰ সম্পৰ্ক কাৰোবাৰ লগত গঢ়ি উঠাটো স্বাভাৱিক— আমি কিন্তু তাৰ বাবে তোক কোনো দোষ দিয়া নাই— তথাপি তোৰ ভবিষ্যতৰ বাবে আমি জানো চিন্তা কৰিব নালাগিব ? আমাৰ জানো তোক একো কবৰ অধিকাৰ নাই ? আমাৰ আটাইৰে আশা

আকাংক্ষা আৰু প্ৰতিশ্ৰুতিক তই জানো দলিয়াই পেলাব পাৰিবি? আমি আটাইয়ে তোৰ বাবে ইতিমধ্যে এটা চাকৰিয়াল, গুণী, জ্ঞানী অৰু ধুনীয়া লৰা চাই তোৰ বিয়াৰ প্ৰতিশ্ৰুতি দি থৈছো আৰু সিহঁতৰ ঘৰখন আৰু লৰাটোৱেও আমাৰ কথাকে সাৰোগত কৰি অহা পৰহিলৈ তোক আঙঠি পিন্ধাবলৈ আহিব— আঘোণৰ এই দিনটো অতিশয় শুভ দিন— এই শুভদিনটোৰ শুভ কামত তই যদি বাধাৰ সৃষ্টি কৰ তেন্তে আমাৰ আটাইৰে মান, - সন্মান, দেউতাৰৰ প্ৰতিশ্ৰুতি সকলোবোৰ শেষহৈ যাব। তই ভাবিচা আই! সৰুৰে পৰা আমি তোক কিমান মৰম স্নেহেৰে ডাঙৰ দীঘল কৰিছো— তোৰ ভৱিষ্যতক লৈ আমি কিমান কল্পনা কৰিছিলো আৰু আজিও আমি তোৰ মঙ্গলকে কামনা কৰি আছো। সৰুৰে পৰা তোক শিক্ষা দিছিলো— ডাঙৰৰ কথা শুনিবি— সেয়ে আজিও আমি তোক আশিৰ্ব্বাদ দিছো— তোৰ মঙ্গল কামনা কৰিছো কিন্তু তই আমাৰ আটাইৰে অনুৰোধ, আশিৰ্ব্বাদ যাতে বিপথে নিনিয়— কথা কেইটা কওঁতে মাৰ চকুৰ পানীৰে দুগাল উপচি পৰিছিল— মোৰ অন্তৰ খনো মা আৰু দেউতাৰ মনৰ দুখ দেখি কান্দি উঠিছিল— ৰাতিৰ পৰিবেশবোৰে মানুহৰ মনৰ চিন্তাবোৰো গহিন কৰি তোলে— মই কোনো প্ৰতিবাদ কৰিব নোৱাৰিলো প্ৰদীপদা। মোৰ অন্তৰৰ পৰা কোনো কথা চিন্তা নকৰাকৈ কথাষাৰ ওলাই আহিল— তোমালোকৰ মনৰ কামনাক মই নিৰাশ নকৰো— মোৰ ভুলৰ বাবে তোমালোকে মোক ক্ষমা কৰিবা মা— এই বুলি মই মাৰ ভৰি দুখনত ধৰি হুৰাওহুৰে কান্দি পেলাইছিলো— আৰু তাৰে ফল স্বৰূপে যোৱা কালি মোৰ সেই লৰাজনৰ লগতে "ৰিং চিৰিমনি" হৈ গল— মই যে আৰু একো বাধা দিব নোৱাৰিলো। সেয়ে আপুনী মাত্ৰ মোক ক্ষমা কৰিব প্ৰদীপদা।

মই নিজেই উপলব্ধি কৰিছো— আজি মই আপোনাৰ অন্তৰত ভাবিব নোৱাৰা দুখ দিলো— কিন্তু কি কৰিম কওঁক? মোৰ যে

আৰু আন কোনো উপায় নাছিল।

মই ভগবানৰ ওচৰত শত শহস্ৰ বাৰ প্ৰাৰ্থনা জনাইছো আপোনাৰ জীৱনটো যাতে মোৰেই দৰে আন কোনো এগৰাকী ছোৱালীৰ লগতে অশেষ সুখৰ, মধুময় হৈ উঠে— আপোনাৰ প্ৰতিভা যাতে বিকাশ হয়; বহুল প্ৰচাৰ হয় তাৰ বাবে মই হাজাৰবাৰ ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনাইছো।

আপোনী মাত্ৰ মোক ভুল মুবুজিব প্ৰদীপদা, মোক ক্ষমা কৰিব— শেষত পুনৰ আপোনাৰ এই দুখ লগা পৰিস্থিতিতে সীমাহীন মৰমৰ শ্ৰদ্ধা যাছিলো। আপোনাৰ মৰমবোৰ জীৱনত শিলৰ ৰেখাৰ দৰে স্থিৰ হৈ থাকিব। বিদায়ৰ বেলিকা মোৰ দুচকুৰ লোতকেৰে আপোনাৰ চৰণ ধোৱাই আপোনাৰ মৰম আশীৰ্ব্বাদৰ কামনা কৰিলো— বিয়াৰ দিনা অন্ততঃ এবাৰ আহিব প্ৰদীপদা। ইতি—

আপোনাৰ মৰমী
"অঞ্জলীজনী"

তোমাৰ চিঠিখন পঢ়ি আজি মই চকুৰ পানীৰে বাট নেদেখা হলো। কান্দি কান্দি দুপৰৰ কোনোবা সময়ৰ লৈকে ৰুমটোৰ ভিতৰতে সোমাই থাকিলো। বিষাদৰ বেদনাবোৰে মোক আগুৰি ধৰিলে। অন্তৰৰ অনুভুতিখিনিকে তোমাক জনাবলৈ ইচ্ছা নোহোৱা হ'ল। অশান্ত মনটোক মই যেন আজি কোনোপধ্যে শান্তনা দিব নোৱাৰা হলো। তোমাৰ চিঠিৰ গুৰুত্বতা বুজিও একো নুবুজাৰ দৰে হাজাৰ প্ৰশ্ন তোমাক কৰিবলৈ মোৰ মন গৈছে। তুমি আগৰ এখন চিঠিত লিখা পদ্য বৰা দেৱে লিখা 'মনিকা' নামৰ উপন্যাসখনৰ উক্তিটো আজি মোৰ বৰকৈ মনত পৰিছে। বৰাদেৱৰ ভাষাৰেই তুমি মোক প্ৰশ্ন কৰিছিলা "তুমি জানো নাজানা, তোমাৰ কাৰণেই মই প্ৰথম বহাগত কুলিৰ মাত শুনিছিলো, তুমিয়েই মোৰ জীৱনলৈ প্ৰথম শাওনা নমাইছিলা, তুমি পাহৰি গলা কিয়? তুমিয়ে জানো নাছিলা মোৰ প্ৰথম শৰতৰ জোন? —যিদিনা মই মাত্ৰ অভিমানৰ

সুৰত তোমাক পাহৰি যোৱাই ভাল হব বুলি কৈছিলো সেইদিনাই তুমি মোক এনেধৰণৰ প্ৰশ্ন কৰিছিলা আৰু আজি মই কৰা অভিমান তোমাৰ ক্ষেত্ৰতহে পৰিণত হ'ল। মই আজি অনুমান কৰিছো— মোৰ মনৰ কল্পনাবোৰ কল্পনাহৈয়ে ৰল। যি কল্পনাত এক ৰঙীণ বাস্তৱৰ আকাঙ্খা কৰিছিলো সেই কল্পনাৰ উজ্জ্বলতা আজি চকুৰ আগৰ পৰা আঁতৰি গল— বৈ গল ভালপোৱা দিনৰ স্মৃতিবোৰ— আৰু এইবোৰেই মোক জ্বলাই তুলিব জীৱনৰ প্ৰতিটো ক্ষণতে— যাক মই বাধা দিব নোৱাৰিম জীৱনৰ কোনো স্তৰতে— অহৰহ মনৰ মাজত ভাহি থাকিব তোমাৰ মৰমবোৰ তোমাৰ সুন্দৰ যৌৱনৰ ৰূপটি- আৰু আমাৰ কল্পনাত জিলিকি উঠা মধুৰ স্বপ্নবোৰ।

মৰমী অঞ্জলীজনী ! তোমাৰ হয়তো মনত আছে- মই মোৰ কোনো এখন আগৰ চিঠিত লিখিছিলো জীৱনত যদি আটাইতকৈ পৰিতাপৰ কথা আছে সেয়া প্ৰেমিকাৰ প্ৰতাৰনা আৰু আজি মোৰ জীৱনলৈকো নামি আহিল সেই একে বিষাদৰ বেদনা। মোৰ আজি অকনো ভাল নলগা হল। মনটোলৈ হাজাৰ বিষাদৰ প্ৰয়োজৰ, অন্তৰৰ কোনো দৰদী স্থানত মৰ্ম্মভেদী বানৰ আক্ৰমণ, শৰীৰটোৰ সমগ্ৰ কোষত অস্থিৰতাৰ জংকাৰ আৰু চিন্তাৰ আধাৰ— মূৰৰ ভিতৰত পতাড়নাৰ কোলাহল- ক্ষণে ক্ষণে আহিব ধৰিছে। অশান্ত মনটো লৈ স্থিৰতা আনিব নোৱাৰাকৈয়ে দিনটো পাৰ কৰি দিলো আৰু ৰাতি পুনৰ একে অৱস্থাৰে বশবৰ্ত্তীহৈ সন্ধ্যাতে পুনৰ সোমাই পৰিলো মোৰ ৰুমটোৰ ভিতৰত। ভিতৰৰ পৰা দৰজাখন বন্ধ কৰি গৈ টেবুলৰ কাষত থকা চকীখনৰ ওপৰত বহি আৰম্ভ কৰি দিলো-- কান্দিবলৈ। মনৰ বিষাদত মই কান্দি বৰ ভাল পাওঁ। মোৰ অনুমান হয়- দুচকুৰ পৰা নিগৰি বৈ অহা চকুৰ লোতকে যেন মনৰ চিন্তাক্লিষ্ট বেদনাবোৰক ধোৱাই নিয়ে-- উটুৱাই নিয়ে। মনটো পাতল পাতল লাগে। চিন্তাবোৰৰ সামান্যতম উপসম ঘটে। তথাপিও আজি কিন্তু মই যে কি হৈ পৰিলো মই নিজেই কব নোৱাৰো।

প্ৰচণ্ড শীতৰ প্ৰকোপেও মোক আজি বহু ৰাতিলৈকে বিছনালৈ নিব নোৱাৰিলে - বহি ৰলো টেবুলৰ সন্মুখৰ চকীখনৰ ওপৰতে। বহুবাৰ চেষ্টা কৰিলো — মনটোলৈ স্থিৰতা আনিবলৈ— কিন্তু বাৰে বাৰে মনত পৰে তোমাৰ মৰমবোৰলৈ; তোমাৰ মৰম আৰু ভাল পোৱাৰ চানেকিবোৰ। কিন্তু কব নোৱাৰো কিয় আজি মোৰ জীৱনলৈ আন্ধাৰৰ ছাঁ নামি আহিল, শ্ৰীডিম্বেশ্বৰ বৰাদেৱে লেখকৰ "প্ৰতীক্ষাৰ বেদনা" নামৰ কিতাপখনত প্ৰকাশে বিনিতালৈ লিখা চিঠিত লিখাৰ দৰে মোৰো আজি একে অৱস্থা হ'ল— লেখেতে লিখিছিল— "এতিয়া ৰাতি বাৰ বাজিল; তুমি নিদ্ৰা দেৱীৰ কোলাত শান্তিৰে নিশ্চিত মনে শুই আছা তোমাৰ বাবে আজি পৃথিৱীখনত পোহৰ আছে; অপাৰ আনন্দ কিন্তু মোৰ বাবে ?? সেই কথাৰ অৱতাৰণা কৰি একো লাভ নাই। আজিৰ পৰা মই দিশহাৰা অনিশ্চিত পথৰ পথিক"। একেদৰেই মই আজি হৈ পৰিছো দিশহাৰা অনিশ্চিত পথৰ পথিক। কি কৰিলে মোৰ মনলৈ শান্তনা আহিব মই ভাবিবই পৰা নাই। মাত্ৰ তোমাৰ হিয়াভঙা চিঠিখনৰ কথাকেইটাই মোক একেবাৰে নিঠৰুৱা ক'ৰি পেলালে— তথাপি তোমাৰ এই নিৰুপায় আৰু নিঃসহায় অৱস্থাটো মই বাৰুকৈয়ে উপলব্ধি কৰিব পাৰিছো। তোমাৰ জন্মদাতা পিতৃ মাতৃৰ মনৰ আশা আকাঙ্খা পূৰণ কৰিবৰ বাবে তুমি একে উশাহে, নিশ্চিতমনে লোৱা তোমাৰ সিদ্ধান্ত অতি উপযুক্ত হৈছে— তাৰ বাবে তোমাক মই অকণো ভুল বুজা নাই অঞ্জলী! তোমাক মই মোৰ অন্তৰৰ পৰাই ক্ষমা কৰিছো। তোমাৰ যুগ্ম জীৱন যাতে মোৰ কল্পনাই ঢুকি পোৱাতকৈও সুখী হয় তাৰ বাবে মই আজিৰে পৰা ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনায় যাম। আশিৰ্ব্বাদ "কৰিছো— তুমি যাতে কোমাৰ ভৱিষ্যত জীৱনত মনৰ আশানুপাতে সুখী হোৱা ভগৱানৰ ওচৰত মই ইয়াকে শতবাৰ আজি প্ৰাৰ্থনা জনাইছো— আৰু সদায়ে প্ৰাৰ্থনা জনাম— যেতিয়ালৈকে মোৰ অকলশৰীয়া মনটোৱে সময়ৰ প্ৰতিটো ক্ষণতে তোমাক সুঁৱৰি থাকিব।

জীৱনৰ ব্যৰ্থতা আৰু বেদনা ভৰা দুঃচিন্তাৰ বাবে আজি আৰু তোমালৈ বেছি একো লিখিবলৈ ইচ্ছা কৰা নাছিলো— তথাপিও এনেবোৰ সামাজিক ৰীতি-নীতি আৰু কাৰু-কাৰ্য্য দেখিলে মনলৈ হতাশা, ব্যৰ্থতা, কেতিয়াবা প্ৰতি হিংসা আৰু কেতিয়াবা সহানুভূতিও নহাকৈ নাথাকে। এই বিলাকৰ সংমিশ্ৰনত মোৰ মনত সৃষ্টি হোৱা প্ৰতিক্ৰিয়াৰ সম্পৰ্কেই মাত্ৰ দুআষাৰমান কথা তোমৰ ওচৰত প্ৰকাশ কৰিবলৈ বাধ্য হলো। কাৰণ তুমি জানাই মোৰ মনে এনেবোৰ ঘটনাৰ উৎসবোৰৰ ওপৰত মনতে কিছু প্ৰশ্ন, আলোচনা সমালোচনা কৰিবলৈ মোৰ বৰ ইচ্ছা যায়— আজি আকৌ স্বয়ং নিজৰ জীৱন-লৈকে সেই ঘটনাটো প্ৰবাহিত হল। সেয়েহে মনৰ কথাবোৰ ভালকৈ প্ৰকাশ নকৰিলে মই শান্তি নাপাম। মোক তুমি আজি যি বুলিয়ে নালাগে, ভাবা তাত মোৰ কোনো আক্ষেপ নাই তথাপি মই আজি মনৰ দুখতে কিছুমান কথা কবলৈ ওলাইছো শুনা!

এনেবোৰ ঘটনা অৱশ্যে আমাৰ সমাজত ঘটে— প্ৰায়ে ঘটে! কিন্তু যৌৱনত প্ৰেম নকৰা যুৱক-যুৱতী কিমান আছে? এদিন হলেও, লুকাই চুৰকৈ হলেও প্ৰত্যেকেই যৌৱনত প্ৰেম কৰিছে কাৰোবাৰ লগত, প্ৰেমৰ সোৱাদ লৈছে! বহুতে হয়তো এনেবোৰ প্ৰেমকে জীৱনত স্থায়ীত্বৰ ৰূপ দিবলৈ সক্ষম হৈছে আৰু বহুতে হয়তো এনে ক্ষন্তেকীয়া সুখতে, আনন্দ উপভোগ কৰি প্ৰেমৰ জৰিডাল কেতিয়াবা চিঙি পেলাব লগাত পৰিছে। যৌৱনৰ এই সময়চোৱাত যুৱক যুৱতীয়ে আনন্দত আত্মহাৰা হৈ অন্ধৰ দৰে প্ৰেমৰ বিনিময় কৰে। সেই সময়ত এজনী ছোৱালীয়ে তেওঁক ভাল পোৱা লৰাজনৰ জাত-কুল, শিক্ষা-বিদ্যা, ধনী-দুখীয়া আদিৰ বিচাৰ নকৰে আৰু এনেধৰণে লৰা জনেও বহুক্ষেত্ৰত একো নাই হৈ এইবোৰৰ পাৰ্থক্যৰ কথাবোৰ চিন্তা কৰিব নোৱাৰে আৰু কৰাৰো প্ৰয়োজনবোধ নকৰে— সেই সময়ত মনৰ বাবে প্ৰয়োজন মাত্ৰ আনন্দৰ আৰু শৰীৰৰ বাবে প্ৰয়োজন মাত্ৰ শান্তিৰ। ইয়াৰ বাহিৰে আন একো কথাই এই বয়সৰ যুৱক-

যুৱতীয়ে চিন্তা কৰিব নোৱাৰে।

এই সম্পৰ্কত তুমি বাৰু নিজেই এবাৰ ভাবাচোন ! (আজি অৱশ্যে তোমাক নিজেই এবাৰ কোৱাচোন বুলি মই নকলো কিয় কোৱাচোন ? মানে মই যে আৰু তোমাৰ পৰা কোনো চিঠিয়েই জীৱনলৈ নাপাম !!) প্ৰেমে জানো উচ্চ নীচ জাতি কুল মানে ? এই প্ৰশ্নটো আজিৰ নহয়— অতীজৰ। সকলোৱে কবলৈ বাধ্য নামানে। ই পূৰ্ব্ব প্ৰচলিত নিয়ম। তথাপি আজিৰ ডেকা সমাজে তেনে ভুল কৰিলে বৃদ্ধ সমাজে তাক স্থান নিদিয়ে - দিব নিবিচাৰে— কিন্তু তেওঁলোক-বোতো বহুতে এনেবোৰ দুখৰ হাত সৰা নাই। তুমি ভুল বুবুজিবা অঞ্জলী তোমাৰ মা-দেউতাক উল্লেখ কৰি মই অৱশ্যে এই আষাৰ কথা কোৱা নাই, তুমি জানাই যে মই সাধাৰণতে কথাবোৰ প্ৰায় সমাজৰ ৰীতি-নীতিৰ ওপৰত ভিত্তি কৰিহে কওঁ। এইখিনিতে মই "বাঁহীৰ প্ৰতিধ্বনি" নামৰ কিতাপখনৰ নীলা চৰাই নামৰ গল্পটোত লিখক শ্ৰীঅমিয় কুমাৰ দাসে লিখা কথা কেইটা তোমাক কবলৈ বিচাৰিছো- কাৰণ আজিৰ সমাজখনৰ মানুহবোৰৰ বিচাৰ বিবেচনা বোলা বস্তুটো অন্তৰৰ পৰা আঁতৰি গৈছে— এজন মানুহৰ দুখ হোৱাটো উন্নতি হোৱাটো আন এজন মানুহে দেখিব নোৱাৰে কাৰোবাৰ এনে হোৱা দেখিলে সেই মানুহজনৰ যিকোনো প্ৰকাৰে ধ্বংস কৰিবলৈ নাইবা তেওঁৰ অনিষ্ট সাধন কৰিবলৈ আন মানুহে "মিঠা জেহেৰ" প্ৰয়োগ কৰে। সেয়ে শ্ৰীদাসে লিখিছিল "জগতৰ সকলোবোৰ মানুহেই বৰ নিৰ্বোধ, তেওঁলোক চকু থাকিও অন্ধ। সেইবাবে বস্তুবিলাকৰ আচল ৰূপ দেখা নাপায়।"

এনেবোৰ কাৰণেই আজি সমাজখনত নীতি-নীয়ম নোহোৱা হৈছে ইচ্ছাৰ বিৰুদ্ধেও সমাজিক বাধ্যকতাক আজি আকোৱালী লব লগা হোৱাত বহুতে নিজৰ জীৱনকো ত্যাগ কৰিব লগীয়া হোৱা উদাহৰণ আমাৰ হাতত বহুতো আছে। আজিৰ সমাজৰ উচ্চ-শিক্ষিত, অভিজ্ঞ ব্যক্তিজনেও বিভিন্ন কাৰণবশতঃ উপযুক্ত আদৰ্শবোৰ নাইবা

পৰামৰ্শবোৰ সমাজৰ মানুহৰ আগত প্ৰকাশ কৰিব নোৱাৰে — কৰিব নিবিচাৰে— ইয়াৰ কাৰণ বহুতো যাক প্ৰকাশ নকৰিলেও তুমি হয়তো বুজি পাবা। মাত্ৰ জানি থোৱা যে সমাজৰ এই উশৃঙ্খল পৰিস্থিতিত আজি কোনো এজন ব্যক্তিয়ে কাৰোবাক সদ-উপদেশ দিবলৈ গলেও হয়তো সেই উপদেশ কাৰোবাৰ বাবে উপহাসহে হৈ পৰিব— কাৰণ সকলোৰে মনৰ চিন্তা ধাৰাকতো তুমি সমানে পৰিচালিত কৰিব নোৱাৰা— সেয়ে এই ব্যক্তিজনৰ কথাবোৰ হয়তো কোনো এজনৰ বাবে হৈ পৰিব উপদেশ আৰু কোনো এজনৰ বাবে হয়তো হৈ পৰিব উপহাস— আৰু ফল স্বৰূপে এই ব্যক্তিজনক হয়তো এই নিচিনা উপহাস বুলি গণ্য কৰা, কেইজনে কৰবাত কেতিয়াবা অকস্মাটে কিবা দুৰ্ঘটনা ঘটনাই দিয়াটোও ডাঙৰ কথা নহয়। গতিকেই আজি এই এই শ্ৰেণীৰ শিক্ষিত লোকক কতো একো কথা কোৱা দেখা নাযায়— যি কোনো কথাতে তেওঁলোকে মাত্ৰ মিচিকিয়া হাঁহিৰে মৌন সন্মতি দেখুৱাৰ দৰে কথাটো সিমানতে শেষ কৰি থব বিচাৰে। আনহাতে এক শ্ৰেণীয়ে আকৌ নিজে নানান জ্ঞানৰ অধিকাৰী হোৱাৰ স্বত্বেও সাধাৰণ মানুহৰ মনত, সমাজক সৎ শিক্ষা, সদ উপদেশ দিব নোৱাৰে। অথচ ইয়াৰ বিপৰীতে নানান কথাৰে এটা পৰিয়ালৰ মাজত বিশৃঙ্খলাৰ সৃষ্টি কৰে, সামাজিক পৰিবেশটো দুষিত কৰে— সাধাৰণ শ্ৰেণীৰ মানুহ-বোৰৰ জীৱনবোৰ সংঘটপূৰ্ণ, অশান্তিৰ বৃহৎ গহ্বৰলৈ ঠেলি দিয়ে। সমাজখনলৈ শান্তি শৃঙ্খলা অহাটো নিবিচাৰে সমাজত প্ৰচলিত নীতি-নিয়ম উলঙ্ঘা কৰি বিশৃঙ্খলাৰ সৃষ্টি কৰে—এইবোৰ কাৰণেই উপন্যাসিক চৈয়দ আব্দুল মালিকদেৱে তেখেতৰ "জয়া, মণিকা ইত্যাদি" নামৰ উপন্যাসখনত লিখিছে—"লক্ষহীন এটা জাতি, আদৰ্শহীন এখন দেশ, নীতি-নিয়মহীন এখন বিজতবীয়া সমাজ আৰু এজাক ব্যক্তিত্ব-হীন, পৰ নিৰ্ভৰশীল ভিতৰ ফোপোলা মানুহ। এই মানুহবোৰ উদ্দেশ্যহীন ভাবে জীয়াই থাকে। পঞ্জিকা চাই দিন-ক্ষণ গণি এবো-

প্ৰেনত যায়।" —তেখেতে লিখাৰ দৰেই এইচাম মানুহেই আজিৰ সমাজখনক গভীৰ অৰ্থসংকটত পেলাইছে, নিৰিহ জনসাধাৰণৰ মাজত বিভিন্ন প্ৰকাৰে বিভাজন আনিছে, ৰাজনীতিৰ মেৰ পাকেৰে জন সাধাৰণৰ শৰীৰৰ কেচা তেজ পানী কৰিছে; ধৰ্ম্মৰ নামত শোষণৰ প্ৰক্ৰিয়া অৱলম্বন কৰিছে। শাসনৰ কু-মন্ত্ৰণাৰে জন-জীৱন ধ্বংস কৰিছে, উন্নতিৰ আচনিৰ দ্বাৰা ব্যক্তিগত জীৱনবোৰহে লাহ-বিলাহেৰে ভৰাই পেলাইছে, নিয়োগ নীতিৰ প্ৰলোভনেৰে নিবনুৱা যুৱক-যুৱতীৰ জীৱনবোৰ, লগতে সেই সকলৰ পৰিয়ালবোৰৰ পাৰিবাৰিক পৰিস্থিতি বোৰ বিপন্ন কৰিছে, আৰু আমাৰ দৰে প্ৰকৃত প্ৰেমিক প্ৰেমিকাৰ জীৱনবোৰ অচিৰে মৃত্যুৰ মুখলৈ ঠেলি দিছে-- তাৰোপৰি চলাহি কথাৰে নিজকে এই ফোপোলা সমাজখনৰ একশ্ৰেণীৰ জন সাধাৰণৰ পৰা বাঃ বাঃ লোৱাত উপযুক্ত কৰি তুলিছে। কিন্তু সেইসকলে কেতিয়াও সমাজৰ শান্তি শৃঙ্খলা নাইবা উন্নতি কামনা নকৰে, মাত্ৰ ধন সম্প্ৰত্তি আৰু প্ৰতি পত্তিৰ বাবে এইচাম লোকে ইতিমধ্যে অন্ধ হৈ পৰিছে। সেইসকলৰ অন্তৰবোৰ দুস্কাৰ্য্যত লিপ্ত হোৱাৰ বাবে একেবাৰে কঠুৱা হৈ পৰিছে। তেনে ক্ষেত্ৰত আমাৰ দৰে নৱ-যৌৱন ডেকা গাভৰুৱ প্ৰকৃত ভালপোৱাক তেওঁলোকে কি ভাবে স্বীকৃতি দিব ? বয়স বাঢ়ি অহাৰ লগে লগে এইচাম ব্যক্তিয়ে প্ৰকৃত প্ৰেম ভাল পোৱাৰ অৰ্থ বুজিব নোৱাৰা হয়। সভাই সমিতিয়ে প্ৰেমৰ বিষয়ে জ্ঞান দিবলৈ এনেবোৰ তথাকথিত ভদ্ৰলোকে ৰাইজক ৰুমিও জুলিয়েটৰ কথা কয়, লাইলা-মজনুৰ গল্প কয়, নল-দময়ন্তীৰ, সতী বেউলা, ধনবৰ-ৰতনী, জংকি-পানেই আজিৰ প্ৰেমৰ কাহিনীবোৰৰ উদাহৰণ দিয়ে আৰু সভাৰ স্থানৰ পৰা উভতি আহি নিজ ঘৰৰ চাৰিবেৰৰ মাজত নিজা পৰিবেশটোত সোমাই পৰিলেই সকলো উদাহৰণ পাহৰি যায় নিজৰ সন্তান, ভাই-ভতিজাইতক ধমকি দিয়ে, জীৱনৰ ভয় দেখায়— মানে উদাহৰণ দিয়াত এইসকল ব্যক্তি অতি উদাৰ কিন্তু আদৰ্শৰ বাবে নিজৰ বংশ পৰিয়ালৰ গৌৰৱৰ কথা

চিন্তা কৰে, আত্ম মৰ্য্যদাৰ কথা চিন্তা কৰে আৰু অভিজাত্যপূৰ্ণ পৰিয়ালৰ লগত সম্পৰ্ক গঢ়াৰ সপোন দেখে।

সমাজত এনেবোৰ ঘটনা বৰ্ত্তমান বহুল ভাবে প্ৰচলিত হব ধৰিছে। এইবোৰৰ বাবে বিশেষ বিশ্লেষণ কৰি তোমাক বুজনি দিয়াৰ আৰু জানো প্ৰয়োজন আছে? মই এনেবোৰ উদাহৰণ দাঙি নধৰিলেও তুমি নিজেই সময়ত এই কথাবোৰ এটি দুটিকৈ উপলব্ধি কৰিব পাৰিবা আৰু তেতিয়াই বুজিবা মানুহৰ মনৰ তাড়ণাবোৰ, দুখীয়াৰ ওপৰত প্ৰচলন কৰা ধনী সম্প্ৰদায়ৰ অপপ্ৰচাৰবোৰ আৰু বহুতো কিবা কিবি। কিন্তু জানিবা! মানুহৰ দিন সদায় সমানে নাযায়। কাৰ ভাগ্যচক্ৰই কেতিয়া কাক কি অৱস্থা, পৰিস্থিতি লৈ টানি নিব তাক কোনেও কব নোৱাৰে। এটা নিঃকিন বনুৱাৰ দুৰৱস্থা দেখি সকলোৱে নীচ ভাবেৰে চোৱাৰ সময়ো কিন্তু সেই নিঃকিন বনোৱাটোৰ সৎ চৰিত্ৰৰ মেধাবী কোনো সন্তানৰ যহতে কেতিয়াবা অতিপাত সুখী হৈ পৰাৰো উদাহৰণ বহুতো আছে। দুখীয়া লৰা বুলি ছোৱালী বিয়া দিবলৈ নিবিচৰা লৰাটোৱে— কেতিয়াবা তেওঁৰ কৰ্ম্মৰ ফলত আৰু ভাগ্যৰ জড়িয়তে সময়ত ৰাজ অট্টালিকাৰ দৰে ঘৰ সাজি শান্তিৰে, সুখেৰে বাস কৰা দেখা যায় আৰু ধনী-মানী চাই বিয়া দিয়া লৰাটোৰো হয়তো কেতিয়াবা সকলো ধন সম্প্ৰত্তি শেষহৈ যাব পাৰে নাইবা দুৰ্ভাগ্য বশতঃ কাৰোবাৰ জীৱনলৈ কেতিয়াবা ইয়াত থাকিও চৰম পৰ্য্যায়ৰ দুখ আহি পৰিব পাৰে— যাক নেকি প্ৰকাশ কৰাটোও অশোভনীয়— ভগবানে নকৰক কাকো। মুঠতে ধৰিলবা মানুহৰ জীৱনত এদিন দুখ আৰু এদিন সুখ আছেই। অদৃষ্টই মানুহৰ কপালত লিখা জীৱন-চক্ৰক কোনোৱে হুবহু প্ৰকাশ কৰিব নোৱাৰে সচা, কিন্তু এই চক্ৰানুসাৰে জীৱনৰ প্ৰতিটো দিন অজানিত ভাবেৰেই পাৰহৈ যাব ধৰিছে। এই কাৰণেই "বৰকতকীৰ সাহিত্য প্ৰতিভা" নামৰ কিতাপখনত মোৰ এগৰাকী শিক্ষক-কৈলাশ চন্দ্ৰ শইকীয়াদেৱে লিখিছিল" কবিৰ মতে 'সুদিন আৰু কুদিন'

বাৰিষাৰ পানীৰে নৈ উপচাই পেলোৱাৰ দৰে, সুখৰ সামগ্ৰীয়ে মানুহক ৰসাল কৰে আৰু খৰালী শুকান নৈ দৰে কুদিনে মানুহক দেহে-কেহে মনে প্ৰাণে শুকুৱাই জুৰুলা কৰে। তাৰ পাচত অন্তিম ঘটে।" এই দৰেই ময়ো মাত্ৰ ধৰিললো মোৰ জীৱনলৈকো এটা সময়ত আনন্দৰ বান আহিছিল, বানৰ দৰে মোৰ মনৰ প্ৰবলতাও এদিন উকণ্ডি উঠিছিল ; সময়বোৰৰ সোঁতবোৰ তীব্ৰবেগে পাৰহৈ গৈছিল কিন্তু এই বান আজি মোৰ জীৱন নদীৰ বুকুৰ পৰা আতৰি গ'ল— এতিয়া আৰু মোৰ প্ৰাণত অতীতৰ দৰে আনন্দৰ জোৱাৰো নাই মনৰ উত্তেজনাৰ তীব্ৰ সোঁতো নাই— আছে মাথো জীৱনৰ এক অসাৰ্থক অনুভূতি। তথাপি যোৱা এটা বছৰে এই প্ৰবল বানে মোৰ জীৱনলৈ কি কঢ়িয়াই আনিলে, কি দিলে, কি থৈ গ'ল ইত্যাদি কথাবোৰ কিন্তু মই আনৰ দৰে চিন্তা নকৰাকৈ নাথাকো অঞ্জলী। আনন্দৰ দিনবোৰ বেচিদিন নাথাকে ই সোনকালে পাৰহৈ যায় ; মোৰো জীৱনৰ আনন্দৰ বান আজি শুকাই গ'ল কিন্তু মোৰ জীৱন নদীলৈ বান আহোতে আৰু বানৰ পুষ্ট প্ৰয়োভৰ মোৰ জীৱন নদীত বৰ্ত্তি থাকোতে মোৰ জীৱনক ৰসাল ; পুষ্ট কৰি তুলিছিল আনন্দত তুলুঙা নাওখনতে উঠি আত্মহাৰা হৈ ফুৰিছিলো। কিন্তু, শুকাই যোৱাৰ লগে লগে মনটোলৈ এক বেদনাক্লিষ্ট হুমুনিয়াহ আহি পৰিল— তথাপিও মোৰ মনত এই বানে এৰি থৈ গ'ল এডৰপ অতি সাৰুৱা পলস। যাৰ উৰ্ব্বৰতাৰ বাবে মই সদায় সজীৱ হৈ ৰম, মোৰ জীৱন নদীৰ পাৰত তুমি এৰিথৈ যোৱা ; মোৰ জীৱনলৈ মৰম-স্নেহ কঢ়িয়াই আনা সেই কাগজৰ টুকুৰাবোৰেই মোক মোৰ জীৱনৰ শেষ দিনটোলৈকে সুৰৰাই ৰাখিব। মানে ? তোমাৰ সুন্দৰ হাতৰ পৰশত, বুলনিত হোৱা তোমাৰ চিঠি কেইখনেই মোৰ জীৱনৰ চৰম অশান্তিৰ দিনবোৰত শান্তনা দিব। মোৰ মনটোকে মই নিজে এবাৰ বুজাব পাৰিম, দেখাব পাৰিম— অতীতত তোমাৰ পৰা পোৱা মৰমৰ জোৱাৰবোৰ।

—শইকীয়াচাৰে লিখা কথাষাৰৰ দৰে আৰু বহু লিখক উপন্যাসিক, সাহিত্যিক আদিয়ে প্ৰেমৰ এনে বিৰহৰ ঘটনা সমূহক বিভিন্ন-ধৰণেৰে বৰ্ণনা কৰিছে— এই বিষয়টোৰ ওপৰতে বহুতে বহুতো লিখনিৰ জৰিয়তে সমাজৰ মাজত অন্তৰ ভগা বেদনা ফুটাই তুলিছে আৰু বহুতে জীৱনক বেপৰুৱা কৰি চেলেঞ্জৰ প্ৰতিক্ৰিয়াহে প্ৰকাশ কৰিছে। কিন্তু ভয় নাখাবা, মই তোমাক নিশ্চিত কৰি দিলো— মই তোমাৰ শুভ কাৰ্য্যত এনেদৰে চেলেঞ্জৰ দ্বাৰা কোনো প্ৰকাৰৰ অঘটন নঘটাও। মই এটা সাধাৰণ লৰা, আনহাতে মই কবি, গায়ক. লিখক, সাহিত্যিক, উপন্যাসিক একো নহওঁ— সেয়ে হয়তো মোৰ মনোভাব— আত্মপ্ৰকাশক সমাজৰ কোনোৱে গুৰুত্ব নিদিয়ে – নিদিয়ক তথাপি মই মোৰ অন্তৰৰ বেদনা চিঠিৰ দ্বাৰাই তোমাক প্ৰকাশ কৰিমেই—কিয়নো পৃথিবীত যিমানেই কবি, সাহিত্যিক নাথাকক, প্ৰেমৰ বিচ্ছেদৰ ঘটনা সমূহক যিধৰণেৰেই বৰ্ণনা নকৰক— তেওঁলোকৰ জীৱনবোৰলৈকো যদি আজি মোৰ জীৱনলৈ নামি অহা চৰম বিপৰ্য্যয়ৰ দৰে চৰম অশান্তি নামি আহে তেন্তে তেওঁলোকবো কোনো এজনে কব নোৱাৰিব যে তেওঁৰ অন্তৰত এনে বিচ্ছেদৰ সংবাদে কোনো প্ৰভাব পেলাব নোৱাৰে, মনৰ কোনো প্ৰতিক্ৰিয়া নঘটে। কঠোৰ হৃদয়ৰ প্ৰেমিকেও প্ৰেমিকাৰ এনেধৰণৰ প্ৰতাৰিত সংবাদত ব্যাহ্যিক-ভাবে দুৰ্ব্বলতাৰ ভাব প্ৰকাশ নকৰিলেও, বিৰহৰ বেদনাই তেওঁৰ মনৰ কোনো এটা কোনত আঘাট কৰিব নোৱাৰিলেও তেওঁৰ অন্তৰখনে যে অতীতৰ স্মৃতিবোৰক সুঁৱৰি এবাৰো এটি হুমুনিয়াঁহ নেপেলাব তাক পৃথিবীৰ কোনো সুস্থ ব্যক্তিয়েও কব নোৱাৰে।

সুখ আৰু দুখেই মানুহৰ জীৱনৰ প্ৰধান প্ৰবাহ। কাৰোবাৰ জীৱনলৈ কেতিয়াবা শুভদিন আহিলে অতৰ্কিতে সকলোফালৰ দিশৰ পৰা শুভ সংবাদ, আনন্দ, ধন-সম্পত্তি, গৌৰব আদি আহি পৰে আৰু কেতিয়াবা এনে সুখৰ দিনবোৰ অন্ত

পৰিলে জীৱনত কুদিনে ভুমুকি মাৰে আৰু তেতিয়া চাৰিও ফালৰ পৰাই অশান্তি, কুসংবাদ আদিকে ধৰি নিজেও সকলোৰে অপ্রিয় হৈ পৰা দেখা যায়। কিন্তু এই সময়বোৰ মানুহৰ জীৱনলৈ কেতিয়া কেনেকৈ আহি পৰে তাক কিন্তু কোনোৱে কব নোৱাৰে। সেয়েহে কুমাৰ কিশোৰে—তেওঁৰ "জুই, ধোঁৱা আৰু ছাঁই" নামৰ উপন্যাসখনত লিখিছে "বৃহস্পতিৰ শুভ দৃষ্টিত লক্ষ্মীয়ে মানুহৰ জীৱনত যিদৰে সৌভাগ্যৰ বৰণমালাৰে আগবাঢ়ি আহে তেনেদৰে কুগ্রহৰ কোপ দৃষ্টিয়ে কেতিয়া কোন সুৰুঙাত আমাৰ মনৰ মাজত খোপনি পোতে সেই কথা আমি গমকে নাপাওঁ।" —এতিয়া এই কুদিন আৰু আগতে কৈ অহা খৰাং দিন—লিখক সকলৰ ভাষা, বৰ্ণনাৰ তাৰতম্য যদিও মনোভাব, কল্পনা আৰু প্রতিক্রিয়া একেই। অৱশ্যে এই কুদিনে আকৌ মানুহৰ জীৱনত সদায়ে বৰ্ত্তি নাথাকিবও পাৰে। কেতিয়াবা হয়তো আকৌ নতুন বান আহিব—মানে মানুহৰ জীৱনলৈ পুনৰ সুদিন ঘূৰি আহিব—তাৰ বাবে মানুহৰ প্রয়োজন মাত্র ধৈৰ্য্যৰ। তুমি হয়তো মোৰ এই কথাবোৰত এতিয়া ভাবিছ—"মানে আপোনাৰ এই কুদিন গুচি আকৌ কোনোবা এটা সময়ত সুদিন আহিব। কোনোবা নতুন—প্রেমিকাই আপোনাৰ এই শুভদিনত লক্ষ্মীদেৱীহৈ সৌভাগ্যৰ বৰণ মালাৰ লগতে যুগ্ম জীৱনৰ প্ৰথম মিলনমালাও লৈ আহিব আৰু মিলনৰ স্বীকৃতি হিচাপে আপোনাক পতিবৰণ কৰিব নহয় ?" —সেয়া প্রকৃতিৰে স্বভাৱ আৰু সেয়ে এজন সুস্থ মানুহৰ জীৱনৰ প্ৰধান পৰিচায়ক হোৱাটো অৱশ্যেই বাঞ্চনীয়। কাৰোবাৰ প্ৰতাড়নাৰ বাবেই কোনোবাই চিৰদিন জীৱনটো অশান্তিতে কটাই দিয়াটো মানুহৰ জীৱনৰ লক্ষ্য হোৱাটো উচিত নহয়—সেইটো নাৰীৰ ক্ষেত্ৰতে হওঁক নাইবা পুৰুষৰ ক্ষেত্ৰতে হওঁক। কিন্তু বিবাহিত জীৱনত পাৰিবাৰিক ক্ষেত্ৰত এনেদৰে কুদিন আহিলেও কোনো স্বামীয়েই হওঁক বা স্ত্রীয়েই হওক নিজৰ সুদিন বিহাৰি বিচ্ছেদ ঘটাই

আতৰি গৈ আনৰ লগত শান্তি বিছৰাটো অৱশ্যেই অশোভনীয়। কাৰণ বিবাহিত জীৱনত স্বামী থাকোতে স্ত্ৰীয়ে আনকোনোবা পুৰুষৰ লগত সামাজিকভাবে বিয়া হব নোৱাৰে নাইবা স্ত্ৰী থাকোতে স্বামীৰ আন এগৰাকী তিৰোতাৰ লগত দ্বিতীয় বিবাহ অশোভনীয়; হব নোৱাৰে—কিন্তু কোনো কুগ্ৰহৰ প্ৰভাবত নিজ স্ত্ৰী থাকোতেই আন এগৰাকী তিৰোতাক স্বামীয়ে স্ত্ৰীৰূপে পুণৰ ঘৰ সেমোৱা নাইবা স্বামী থাকোতেই কোনোবা তিৰোতাই নিজ স্বামীক এৰি আন পুৰুষক পতিবৰণ কৰা কাৰ্য্য আমাৰ সমাজত অৱশ্যে বৰ্তমান একেবাৰেই নোহোৱাকৈ থকা নাই। এই ধৰণৰ সিদ্ধান্ত যে 'পাপ' তাক কিন্তু সকলোৱে জানে। তথাপি কোনোবা পৰিয়ালত এনেবোৰ ঘটনা ঘটা দেখা যায়। মনৰ বলত এনেবোৰ কাৰ্য্য কৰে যদিও তেওঁলোকে কিন্তু পৰৱৰ্ত্তী জীৱনত শান্তি নাপায়—বহুক্ষেত্ৰত তিৰোতাবিলাকে এনে কাৰ্য্য কৰাৰ কিছুদিনৰ পাছত জীৱনৰ শেষ শান্তি বুলি আত্মহত্যাকেই বাচি লোৱাও উদাহৰণ আমাৰ সমাজত বহুতো আছে। মুঠতে মানুহে বিবাহিত জীৱনত এনেবোৰ সিদ্ধান্ত গ্ৰহণ কৰাটোৱেই অতি অশোভনীয় আৰু নিন্দনীয়। মানুহৰ জীৱনত বিবাহ এবাৰেই কৰাৰ লাগে—মোৰ এই কথাষাৰৰ লগত জড়িত কৰি "বহুভূজী ত্ৰিভুজ" নামৰ কিতাপ খনত লিখক শ্ৰীযুত মহিম বৰা ছাৰে লিখা কথা এটা উল্লেখ কৰি দিলো। তেখেতে লিখিছিল "মানুহৰ বিয়া এবাৰেই হয়; আকাশত চন্দ্ৰ এটাহে সূৰ্য্যও এটা"। কিন্তু আজিৰ সমাজখনৰ দৃষ্টি ভঙ্গীক অৱশ্যে অতি উচ্চ চিন্তাৰে লক্ষ্য কৰিলে এটা কথা কব পাৰি সেয়া আধুনিক সমাজত বৈজ্ঞানীক ভিত্তিতহে প্ৰযোজ্য হয়। ধৰিলোবা কোনো এক দম্পতিৰ স্ত্ৰী গৰাকীৰ গৰ্ভধাৰণৰ ক্ষমতা নাই গতিকে সেই গৰাকী স্ত্ৰীয়ে কেতিয়াবা নিজৰ স্বামীক - স্বামীৰ বংশ, মৰ্য্যদা ৰক্ষা কৰাৰ উদ্দেশ্যে আন এগৰাকী স্ত্ৰীক বিয়া কৰাবলৈ সন্মতি দিয়ে—এনে ক্ষেত্ৰত কিন্তু এতিয়া আমাৰ সমাজত কেতিয়াবা কোনো

পবিয়ালত স্ত্রী থাকোতেও স্বামীয়ে দ্বিতীয় বিবাহ কৰায়—আক যদি সেয়ে হয় তেন্তে যদি আমি এইবাৰ ধৰি লও যে সেই দম্পত্তিহালৰ যদি পুৰুষজনৰ সন্তান উৎপাদন কৰা ক্ষমতা নাথাকে তেতিয়াহলে উৎপাদনক্ষম নাৰী গৰাকীয়ে নিষ্ক্রিয় পুৰুষজনৰ লগত জীৱন নির্ব্বাহ কৰাতকৈ আন এজন পুৰুষৰ লগত বিয়া হৈ মাতৃত্বৰ সোৱাদ লোৱাৰ লগতে নিজৰ জীৱনলৈ আনন্দ কঢ়িয়াই অনাটো জানো ভুল হব ? এইখিনি কথা মই তোমালৈ লিখি থাকোতেই এটা কথা মোৰ মনত পৰিল—শ্রীসুৰেন্দ্র কুমাৰ দাসে লেখেতৰ " নীৰৱ বেদনা" নামৰ কিতাপখনত এনেদৰে লিখিছিল—

—আপুনি আকৌ বিয়া কৰাওক ।

—বিয়া ?

—হয় । বিয়া নকৰালে বংশত পিণ্ডদিবলৈ কোনো নাথাকিব ।

—ভাল কথা । ছোৱালী এজনী আৰু দৰা এজন ঠিক কৰা ।

—দৰা কেলেই ?

—ছোৱালীজনী মোৰ কাৰণে আৰু দৰা এজন তোমাৰ কাৰণে ।

—ছিঃ ছিঃ এনে কথা কবলৈ পায়নে ?

—"কিয় নাপায় কোৱাচোন ? মই যদি তুমি থকাত পুনৰ এজনী বিয়া কৰাব পাৰো তুমিতো মই থকাত আন এজনলৈ বিয়া সোমাব নোৱাৰিবা কিয় ?

এনেধৰণৰ বিভিন্ন উক্তি বিভিন্ন লিখকৰ পৰা পোৱা যায় বা কিছুমান অভিজ্ঞ ব্যক্তিৰ উপদেশৰ জৰিয়তেও শুনা যায় । তথাপি এনেবোৰ যুক্তি—সমাজৰ উচ্চ-চিন্তাশীল ব্যক্তিসকলৰ মতে উপযুক্ত হলেও প্রধানকৈ সেই দম্পতিহালৰ চিন্তাৰ ওপৰতহে এই কথাৰ আচল গুৰুত্ব নির্ভৰ কৰিব—দুয়োজনৰে উচ্চ চিন্তাযুক্ত মনোভাব, বিচাৰ-বিবেচনা, সহনশীলতা আদি নাথাকিলে তেওঁলোকৰ জীৱন-বোৰলৈ অচিৰেই অশান্তি নামি আহিব কেতিয়াবা ইয়াৰ পৰিণতিও হয়তো অতিশয় ভয়ঙ্কৰো হৈ উঠিব বুলি সহজে অনুমান কৰিব পাৰি ।

মৰমী অঞ্জলী জনী ! আজিৰ চিঠিখনত ইমানবোৰ কথা লিখাৰ মোৰ কোনো ইচ্ছা নাছিল। কিন্তু তুমি জানা যে মই এনেধৰণৰ কথাবোৰ ইচ্ছাৰ বাহিৰেও লিখিবলৈ বাধ্য হওঁ। অশান্তিৰে ভৰি পৰা মনটো লৈ আজি মানবোৰ ভাবৰ অৱতাৰণা যে হব তাক মই নিজেই ভবা নাছিলো—তথাপি লিখি পেলালো আগৰদৰেই এখন দীঘলীয়া চিঠি।

বহু ৰাতিলৈকে বহি বহি মনৰ অশান্তিৰ ভাববোৰ তোমাৰ আগত প্ৰকাশ কৰি পাতলাবৰ কাৰণেই এই চিঠিখন লিখিলো। মই কিন্তু নাজানো মোৰ এইবাৰৰ চিঠিখনে তোমাৰ হাতত কেনে ধৰণৰ সমাদৰ পাই, কাৰণ এতিয়াতো আৰু মোৰ দীঘলীয়া চিঠি দেখিলেই তোমাৰ হয়তো পঢ়িবলৈ ইচ্ছা নাযাব—মোৰ এনেবোৰ অহেতেক্ যুক্তি তোমাৰ হয়তো ভাল নালাগিব আৰু এনে এখন দীঘলীয়া চিঠি পালেই তোমাৰ হয়তো মোৰ ওপৰত খংহে উঠিব—নহয় জানো অঞ্জলী ? কিন্তু কি কৰিবা ? মই যে কোনো সময়ত লিখিবলৈ এৰি বিছনাখনতে বাগৰ দিলেও টোপনি নাহে পুনৰ নতুন চিন্তা-ভাবনাই মনটোক আমনি কৰে আকৌ বিছনাৰ পৰা উঠি আহি চকিখনৰ ওপৰত বহি লৈ টেবুলৰ ওপৰত থকা এই কাগজবোৰত তোমাৰ বাবে চিঠিকে লিখি থাকো। মনটোত হাজাৰ চিন্তা, অন্তৰত এবুকু অশান্তিৰ বেদনাই খুন্দিয়াই থকাত মোৰ চকুত টোপনি নহা হ'ল—বহি বহি তোমাৰ বাবে এই দীঘলীয়া চিঠিখনকে লিখি আছো— মনতে আকৌ ভাবিছো—তুমি হয়তো এতিয়া নিদ্ৰাদেৱীৰ কোমল কোলাত নিশ্চিন্ত মনে, আনন্দৰে শুই আছা—তোমাৰ বাবে আজি পৃথিবীৰ বুকুলৈ নামি অহা আউসীৰ ঘন ঘোৰ আন্ধাৰ জাকো পোহৰ হৈ উঠিছে, শীতৰ প্ৰচণ্ড প্ৰকোপো হয়তো মনৰ আনন্দত উদ্ভৱ হোৱা শৰীৰৰ উষ্ণতাৰ প্ৰকোপত আঁতৰি গৈছে ; ভবিষ্যতৰ দিনবোৰৰ বাবে অতীতত কৰি থকা কল্পনাবোৰে আজি হয়তো বাস্তৱৰ ৰূপ লৈছে আৰু তোমাৰ বাবে

আজি হয়তো সমগ্র পৃথিবীখনেই উজ্বল হৈ উঠিছে—মৰমত অপাৰ আনন্দ কিন্তু মোৰ বাবে ? ? মোৰ বাবে আজি পূৰ্ণিমাৰ জোনাকো নিস্প্ৰভহৈ ঘোৰ আন্ধাৰত পৰিণত হৈছে; শীতৰ প্ৰবলতাবোৰ অসহ্য বেদনাদায়ক হৈ পৰিছে আৰু ভবিষ্যতকলৈ কৰি অহা অতীতৰ কল্পনাবোৰ আজি মন-মৰিচীকাৰ দৰে অনৰ্থক হৈ চকুৰ লোতকেৰে নদীৰ সৃষ্টি কৰিছে—মই আজি আৰু মই হৈ থকা নাই—বেদনাত ভাঙি পৰা অন্তৰখনে মনপ্ৰাণ বলিয়াৰ দৰে কৰিছে—আশাৰ প্ৰতীক্ষাত থকা জীৱনটো এক মৰা শিলৰ দৰে জঠৰ হৈ পৰিছে—প্ৰতাৰণাৰ জুইয়ে মোৰ সমগ্ৰ শৰীৰটো জ্বলাই তুলিছে আৰু তোমাৰ মৰমৰ চানেকিবোৰে মোক মাথো এটি যেন জীৱন্ত কঙ্কাললৈ, চিৰদিন তোমাৰ মৰমৰ ভীক্ষাৰি কৰি এক অনিশ্চিত পথলৈ ঠেলি দিছে।

যোৱা সম্পূৰ্ণ এটা বছৰে তোমাৰ লগত হোৱা চিঠিবোৰৰ আদান প্ৰদানত মই সচাকৈয়ে তোমাক মোৰ বুকুৰ কলিজাৰ দৰে আদৰ কৰিছিলো—তোমাৰ লিখনীক মই শত-সহস্ৰবাৰ শলাগিছিলো আৰু তোমাৰ লিখনীৰ ভাব-ভাষাই মোক উত্তেজিত কৰিছিল, বলিয়া কৰিছিল—তোমাৰ মৰমৰ বাবেই মই প্ৰতিটো দিনৰ প্ৰতিটো ক্ষনেই অপেক্ষা কৰিছিলো—তোমাক এবাৰ দেখা পাবলৈ। তোমাৰ লিখনীত প্ৰকাশিত সুৱীয়া ভাষা সাহিত্য—মৰমৰ মাধুৰ্য্য-বোৰে মোৰ মনত যিমান আনন্দ দিছিল আৰু যাৰ বাবেই আজি মোৰ জীৱনলৈ এনেবিপৰ্য্যয় নামি আহিল এই সকলো কথাই মই —ভবানী চৌধুৰীৰ 'মন-মৰীচিকা' নামৰ কিতাপখনত একে নামৰ গল্পটোত লিখা কথা কেইটাৰ লগত বিজাব পাৰো—তেখেতে লিখিছিল—"ইমান দিনে আপোনাৰ লিখনীক মই সহানুভূতি জনাই আহিছিলো। এইবাৰ আপুনি মোৰ দৰে নিৰীহ মানুহ এগৰাকীৰ জলত জুই একুৰাহে আগবঢ়াই—আপুনি আনন্দমনে চাই আছে। মযো সেই জুইত জলি জলি ভাবিছো—পৃথিবীখনৰ বৈচিত্ৰতা।

সচাকৈয়ে আমি মানুহ জাতিটো ইমান স্বাৰ্থলোভী, ইমান দোষী —তৰাৰ দৰে উজ্বল ফুলৰ দৰে স্নিগ্ধ এই মানুহবোৰ। আজি মই সমাজৰ চকুত সম্পূৰ্ণ অবহেলিতা। এই অবহেলাৰ মূলতে হল আপোনাৰ অনুপম লিখনি।" অৱশ্যে এই কথা কেইটা প্ৰেমিকাই প্ৰেমিকক কৈছিল, আৰু আজি মই মোৰ মনোভাববোৰ একে ভাষাৰেই বিপৰীত হিচাপে তোমাৰ আগত প্ৰকাশ কৰিছো।

আজি মই ক'ব পৰা যে কিবোৰ কথা লিখিছো মই নিজেই ধৰ মোৱাবো—ইয়াৰ কাৰণ কি জানা? মোৰ জীৱনলৈ আজি চৰম হতাশা আৰু বিপৰ্য্যয় নামি আহিল। তোমাৰ চিঠিখন খুলি চোৱাৰ পাচতেই লাজুকীলতাৰ পাতবোৰ স্পৰ্শ কৰাৰ পাচতেই জয় পৰি যোৱাৰ দৰেই মোৰো মনটো অকস্মাত জয় পৰি গ'ল। ভবিষ্যতৰ দিনবোৰৰ বাবে মোৰ মনলৈ কিভাবে পুনৰ শান্তনা ঘূৰাই আনিব পাৰিম তাক মই কল্পনা কৰিব পৰা নাই। অন্তৰখন আজি মোৰ দহি পুৰি মৰিছে। বুকুৰ ভিতৰৰ কোনো এক অজ্ঞাত স্থানত বেজাৰৰ ঢৌবোৰে যেন অনৱৰতে প্ৰবলভাবে কোবাব ধৰিছে। তুমি লিখা চিঠিখন যেনেকৈ চিয়াঁহীৰ বোলেৰে সিদিনা লিখিব পৰা নাছিলা আৰু চকুৰ পানীকেই কলা কৰি বগা কাগজৰ ওপৰত বোলাই গৈছিলা ঠিক তেনেদৰে আজিও মই যেন তাকে অনুকৰণ কৰিব লগা হৈছে— ময়ো আজি এয়া চকুৰ পানীৰে ডাঠ চিয়াঁহীবোৰ পাতল কৰি বগা কাগজৰ ওপৰত মনৰ ভাববোৰ আখৰ সদৃশ কিছুমান চিহ্নেৰে মাত্ৰ বোলাই গৈছো। মনৰ ভাববোৰে বিষাদৰ সুৰবোৰ মনৰ মাজত ধ্বনিত কৰি চিঠিৰ ভাষাবোৰ একেবাৰে খাপচৰা কৰি পেলাইছে—বেদনাক্লিষ্ট মনটোৱে অস্থিৰতাৰ মাজত সোমাই পৰি সুস্থিৰতাৰ পৰা বহুত দূৰ আতৰি গৈছে। মনে বিছৰা প্ৰাণৰ প্ৰতিমা গৰাকীৰ প্ৰত্যাখ্যানত শৰীৰ মন ব্যাকুলিত হৈ পৰিছে। মই মাত্ৰ অনুভৱ কৰিছো—মই যেন আজি এক অনিশ্চিত ভবিষ্যতক সুমৰীহে এতিয়াও জীয়াই আছো।

মোৰ অন্তৰত আজি বিয়পি পৰা বেদনাৰ প্ৰকোপবোৰ—পদ্ম ৰবাদেৱে তেখেতৰ "মণিকা" কিতাপখনত লিখাৰ দৰে মোৰো মনত আজি বেদনাবোৰ কৰবাৰ পৰা অহৰহ বাগৰি আহিছে— জীৱনটো যেন এক অন্ধকাৰ গহ্বৰৰ ফালেহে ঢাপলি মেলিছে—তেখেতে লিখিছিল— আপোনাৰ ভবিষ্যত উজ্বল আলোকমালাৰে সু'শোভিত আৰু অন্ধকাৰময় সুৰঙ্গ এটাৰ মাজেৰে গতি কৰা মোৰ ভবিষ্যত।" এই কথাষাৰতো মাত্ৰ মোৰ ক্ষেত্ৰত নায়ক-নায়িকাৰহে সলনি হৈছে কিন্তু মনোভাব একেই আছে।

বুজাব নোৱাৰা মোৰ এই অশান্ত মনটোত কেতিয়া কি কি ভ'বৰ অৱতাড়না হয় তাক মই তোমাক প্ৰকাশ কৰিব নোৱাৰা হৈছো—কোনো কোনো সময়ত ভীষন প্ৰতিশোধৰ ভাবো জাগি উঠে, কিন্তু তোমাৰ ওপৰত নহয় অঞ্জলী—মই যেন জীৱনত তোমাৰ ওপৰত কোনো দিন কোনো প্ৰকাৰৰ শাস্তিমূলক ব্যৱস্থা ল'ব নোৱাৰিম—কিন্তু মোৰ প্ৰতিশোধ লোৱাৰ মনোভাব আছে কাৰ বাবে জানা? সিদিনা তোমালোকৰ ঘৰত উপস্থিত হৈ থাকৰ মানুহ কেইজন আৰু নিজৰ মা-দেউতা, খুৰা আদিয়ে লোৱা চূড়ান্ত সিদ্ধান্তটোৰ ওপৰতহে আৰু কেতিয়াবা আটাই কেইজন ব্যক্তিৰ ওপৰতেই। মই বুজিব নোৱাৰিলো তেওঁলোকে কিয় উপলব্ধি কৰিব নোৱাৰিলে এজনী গাভৰু ছোৱালীৰ মনৰ আশা-আকাঙ্খা; কামনাবোৰ? তোমাৰ মনৰ, অন্তৰৰ কথাবোৰ নজনা-কৈয়ে কিয় তেওঁবিলাকে এনে এটা চুড়ান্ত সিদ্ধান্তত উপনীত হ'ল নাইবা এনে এটা চুড়ান্ত ঘটনাৰ শেষ পৰ্য্যায় টোৰ কথা হঠাতে তোমাক প্ৰকাশ কৰিলে? পৃথিৱীত এই ভাল পোৱা, ডেকা গাভৰুৰ প্ৰেম-প্ৰীতিৰ ওপৰত ইমানবোৰ ঘটনা, কাহিনী, গল্প-চিত্ৰ আদি দেখি শুনি থকাৰ স্বত্বেও কিয় এই মানুহ বিলাক; এই সমাজ বিলাক কিয় এতিয়াও অতীতৰ ধাৰণাবোৰৰ ব্যতিক্ৰম হ'ব পৰা নাই? লৰা-ছোৱালীক একো নুসুধাকৈয়ে কিয় তেওঁলোকৰ সিদ্ধান্তই

চূড়ান্ত সিদ্ধান্ত বুলি ধৰি ল'ব বা তেওঁলোকৰ কথামতেই লৰা-ছোৱালীক তেওঁলোকৰ ইচ্ছাৰ বিপৰীতেও জীৱনৰ চৰম আনন্দৰ দিনবোৰ আৰু অন্তিমৰ দিনবোৰৰলৈকে অতিবাহিত কৰিবলৈ এই দৰে বাধ্য কৰাব? সমাজৰ এনেবোৰ সিদ্ধান্তৰ বাবেই আজি বহু যুৱক যুৱতীয়ে সমাজক উলঙ্ঘা কৰি, সমাজৰ ৰীতি-নীতি নামানি নিজ ইচ্ছা মতেই যি কোনো কাম কৰিবলৈ বাধ্য হৈছে। সমাজৰ কঠোৰ শাসন, বাধ্য-বাধ্যকতা, নিয়ম-নীতিয়ে আজিৰ নতুন যুগৰ যুৱক-যুৱতীবোৰক অস্থিৰ কৰিছে যাৰ ফলত আজি সকলোৱে গাৱঁৰ সমাজবোৰ ত্যাগ কৰি নগৰমুখী হৈছে কাৰণ নগৰবোৰত এইবোৰ চিন্তা ধাৰা মানুহৰ কম, গাৱঁৰ কটকটীয়া নীতি-নিয়মৰ পৰা এই-বোৰ সমাজ মুক্ত। ইয়াৰ মানুহৰ এটা স্বাধীন জীৱন আছে মুক্ত-ভাবে মনক আনন্দ-ফুৰ্ত্তিৰ খোৰাক দিব পাৰে। কিন্তু গাৱলীয়া সমাজ এখনত নোৱাৰে। উদাহৰণ স্বৰূপে নগৰীয়া ছোৱালী এজনীয়ে মুক্তভাবে উচ্চশিক্ষাৰ বাবে কলেজ, ইউনিভাৰচিটিত গৈছে-অৱসৰ সময়ত বন্ধু-বান্ধৱীৰ লগত আনন্দ ফুৰ্ত্তি কৰিছে মনৰ আনন্দৰ বাবে চিনেমা, থিয়েটাৰ উপভোগ কৰিছে লগে লগে সেই একেজনী ছোৱালীয়ে ঘৰুৱা কামতো মাকক সহায় কৰিছে, ঘৰুৱা কামত ব্যস্ত আছে কিন্তু গাৱঁৰ ছোৱালীবোৰে আজি উচ্চ শিক্ষা লাভৰ বাবে কলেজত গৈছে যদিও কলেজৰ শেষত এনেবোৰ আনন্দ ফুৰ্ত্তি কৰিব পৰা নাই পুনৰ সোমাই পৰিছে ঘৰুৱা পৰিবেশটোত। কেতিয়াবা ফৰবালৈ যাবলৈ, চিনেমা থিয়েটাৰ আদি চাবলৈকো বিশেষ ভাবে সুবিধা নাই কেতিয়াবা গৈছে যদিও লগত পৰিয়ালৰ কটকটীয়া পহৰাই চোকা দৃষ্টি ৰাখিছে। সৰল, নিস্পাপ মনেৰে কোনো এজন লৰাৰ লগত কিবা এটা কথা পাতিছে যদিও আনৰ চকুৰ বিষ হৈছে গাৱঁত সেই ছোৱালী জনীৰ বিষয়ে অপপ্ৰচাৰ চলাইছে মানে মুক্ত জীৱন এটা এই শ্ৰেণীৰ যুৱতী বোৰৰ নাই। এইবোৰৰ বাহিৰেও গাৱলীয়া সমাজত নানান ধৰণৰ বাধ্য বাধকতা আছে। সেইবোৰ

লবাৰ পৰা বুঢ়ালৈকে বিভিন্ন স্তৰত বিভক্ত। বুঢ়া হ'ল বুলিয়ে যে গাৱলীয়া বুঢ়া এজনে লোভ, মোহ, কাম, ক্রোধ সকলো ত্যাগ কৰি আন বুঢ়া সকলৰ লগত সদায়ে কাৰোবাৰ ঘৰত নাইবা নামঘৰত শাস্ত্র-পাঠ কৰি বহি থাকিব লাগিব, সমাজৰ কাৰোবাৰ ঘৰত কিবা সা-সকাম হ'লেই যে সমাজৰ মানুহ হিচাপে তেওঁ তাত উপস্থিত থাকিবই লাগিব, সমাজৰ নীতি অনুসাৰে ধুতি চুৰীয়া পিন্ধি কান্ধত এখন গামোচা লৈ যাবই লাগিব ইয়াৰ অৰ্থ ক'ত? সমাজ এখনত থাকিলে সমাজৰ নিয়মবোৰ মানি চলা অৱশ্যেই প্রয়োজন কিন্তু সেই বুলি মানুহৰ জীৱনত আন কাম নাইনে? কৰবাৰপৰা আহি সকামৰ খবৰটো পাই নিমন্ত্রন ৰক্ষা কৰিবৰ বাবে সমাজৰ পোছাক যোৰৰ বাহিৰে আন পোছাকেৰে যে সেই সকামত যাব নোৱাৰিব তাক মই নাভাবো। বুঢ়া হ'ল বুলিয়ে যে সন্ধিয়া সন্ধিয়া শাস্ত্র-পাঠ কৰি দিন টোৰ এটা বেলা কটাব লাগিব ইয়াৰ কোনো যুক্তি নাই। নগৰীয়া বুঢ়া বিলাকেতো এনেকৈ ফুৰা নাই? তেওঁলোকে বুঢ়া হ'লেও নানান চিন্তা চৰ্চ্চাত, ব্যৱসায় বানিজ্যত, ৰাজনীতি, সমাজনীতিৰ বহু কথাত ব্যষ্ট থাকে যাৰ দ্বাৰা বহুতে বহু বয়স হৈছে যদিও মৃত্যুৰ দিনলৈকে ঘৰখনৰ আয় উন্নতিত এই সকল বৃদ্ধই কাম কৰি যায়। শ্ৰেণী ভেদে সকলোৱে সকলো কামত ব্যস্ত থাকে; আয়-উন্নতিৰ পথ উলিয়াই। কিন্তু গাৱলীয়া সমাজ এখনত এনেবোৰ কামো কৰিব নিশ্চয় পাৰে কিন্তু তেওঁলো-কৰ সমাজৰ সামাজিক নিয়মে মানুহবোৰক এনেবোৰ চিন্তা ধাৰাৰ পৰা আতৰাই ৰাখি এনেহুৱা পৰিবেশ এটালৈ আগুৱাই নিছে। শুধিলে এই সকল গাৱলীয়া বুঢ়াই ক'ব, নাই আমাৰ গাৱত সেইবোৰ চিন্তা কৰিবই নোৱাৰি আমাৰ কোনো ফালেই একো সুবিধা নাই ইয়াত কি ব্যৱসায় কৰিব ইত্যাদি কিন্তু এজন শিক্ষিত বা অৰ্দ্ধ শিক্ষিত বুঢ়াই কন কন লৰা-ছোৱালীক ঘৰুৱা শিক্ষক হিচাপে পঢ়াইওতো নিজৰ হাত খৰছ এটা উলিয়াব পাৰে। নিজৰ

কাৰোবাৰ তাল, খোল, তবলা বাদন আদিৰ শিক্ষা থাকিলে সেই শিক্ষাওতো সন্ধ্যা সন্ধ্যা কেইটামান লৰা-ছোৱালীক দি মাহেকত তেওঁৰ হিচাপে কেইটামান টকা উপাৰ্জ্জন কৰিব পাৰে, যাৰ ফলত সেই গাওঁ খনৰ বহুতো নতুন যুৱক-যুৱতীয়েও এনেবোৰ শিক্ষাৰ অধিকাৰি হ'ব পাৰিব বহুতে তো গাৰৰ উন্নতিৰ বাবে নতুন ডেকা-সমাজক গোট খোৱাই কিছু উন্নতি মূলক কামৰ বাবে সৰু সুৰা আঁচনি হাতত ল'ব পাৰে? আৰু যদি এনে সৰু সুৰা আচনি লৈ দহ বাৰজন বা তাতোতকৈ বেছি বাইজে এদিন চৰকাৰৰ ওচৰত আহি আবেদন জনায় আৰু এই আঁচনিখন যদি প্ৰকৃততে উপযুক্ত বুলি বিবেচিত হয় তেন্তে চৰকাৰে নিশ্চয় সেই সৰু আচনি-খনক অনুমোদন জনাব আৰু তাৰ ফল স্বৰূপেই গাওঁ খনৰো বহুক্ষেত্ৰত উন্নতি হ'ব—দুই চাৰিজনৰ কামৰ সুবিধা ওলাব—কিন্তু চৰকাৰে একো সুবিধা নিদিয়ে বুলি গাৰৰ বাইজে গাৱতে বহি থাকিলে চৰকাৰে স্ব-ইচ্ছাৰে জানো কাৰোবাক কিবা সুবিধা দিয়াৰ কথা সুনিছা? কেন্দ্ৰীয় আচনি বিলাকৰ কথা অৱশ্যে বেলেগ আৰু —ৰাজ্যিক চৰকাৰসমূহৰ আচনিও বেলেগ। কেচুৱাই কান্দিলেহে ক'ল পাই বুলি আমাৰ সমাজত কথা এটা আছে সেয়ে ৰাইজে সময়ে সময়ে নিজৰ অসুবিধা-সুবিধাবোৰ তেওঁলোকৰ নিজ অঞ্চলৰ প্ৰতিনীধিৰ জড়িয়তে চৰকাৰক জনাব লাগে—এইবোৰ কামতো এই বুঢ়া সকলেই কৰিব পাৰে? এই ক্ষেত্ৰত মই এটা আৰু উদাহৰণত আমাৰ সমাজ তথা ৰাইজৰ কথা কব বিছাৰিছো—সেইটো ডাঙৰ স্বাৰ্থৰ, এই কামবোৰৰ স্বাৰ্থ অৱশ্যে গাৱলীয়া ৰাইজৰ ওপৰতে ন্যাস্ত নাথাকে—ই গাৱলীয়া-নগৰীয়া সকলো ৰাইজৰ কৰ্ত্তব্য কিন্তু আমাৰ সমাজৰ কোনো মানুহে এইবোৰ কথাত গুৰুত্ব নিদিয়ে—যেনে তুমি ধৰি লোৱা আমাৰ বৰ্ত্তমান প্ৰায়বোৰ বাতৰি কাকততে প্ৰত্যেকটো চৰকাৰী বিভাগ, ৰাজহুৱা প্ৰতিষ্ঠান্ আদিৰ দুৰ্নীতিৰ সম্পৰ্কত নানান বাতৰি দৈনিক প্ৰকাশ হয়

ধৰিছে— এই দুৰ্নীতি বিলাকৰ বিৰুদ্ধেতো ৰাইজৰ মাত মতাৰ অধিকাৰ আছে? কিন্তু নামাতে। আমাৰ ৰাইজে ধৰি লয় যে এইটো চৰকাৰী বিভাগ, চৰকাৰ আছে যেতিয়া তেওঁলোকে ইয়াৰ সমস্যা সম্ভালিব। ছাত্ৰ সমাজেও এনে ক্ষেত্ৰত একো গুৰুত্ব নিদিয়ে—তেওঁ বিলাকেও ধৰি লয় এইটো আমাৰ বিষয়বস্তুৰ অন্তৰ্গত নহয় গতিকে ইয়াৰ সপক্ষে বা বিপক্ষে আমি মাত মতাৰ প্ৰয়োজন নাই। কিন্তু বাহিৰৰ তথা পশ্চিমৰ কেইবাখনো ৰাজ্যত মই দেখিবলৈ পাইছো সেই সকল ৰাইজে মাত নমতাকৈ নাইবা বিহিত ব্যৱস্থা নোলোৱাকৈ নাথাকে। মই আন ৰাজ্যক বাদ দি অসমৰ গাতে লাগি থকা পশ্চিমবঙ্গৰ কথাকে কওঁ। ধৰি লোৱা সেইখন ৰাজ্যৰ কোনো এটা ৰাজহুৱা প্ৰতিস্থানৰ ( Public under taking ) ৰ সম্পৰ্কত নানান অভিযোগ বাতৰি কাকতত প্ৰকাশ হ'ল। এনে বাতৰি পোৱাৰ লগে লগে দুই এটা পাৰাৰ মানে গাৱৰ কেইবাজনো বুঢ়া, কোনোবা অবসৰ প্ৰাপ্ত কোনোৱা প্ৰবীন ৰাজনীতিবিদ নাইবা কোনোৱা সচেতন নাগৰিক যিয়ে নহওঁক দহ-পোন্ধৰজন ভদ্ৰলোক তৎক্ষনাত লগ লাগি ধুতি পাঞ্জাবী পিন্ধি ধুনীয়াকৈ সাজি কাঁচি সেই বিভাগৰ পৰিচালন সঞ্চালকৰ কাৰ্য্যালয় পাবগৈ। তেওঁলোক কেইজনৰ কিন্তু কোনো স্বাৰ্থ নাই। তেওঁ-লোকে পৰিচালন সঞ্চালক গৰাকীৰ পৰা টকা আদায় কৰাৰ আশাৰে কিন্তু যোৱা নাই—তেওঁলোকৰ স্বাৰ্থ আছে মাত্ৰ এটাত সেইটো হ'ল এই যে—এইটো এটা ৰাজহুৱা খণ্ডৰ প্ৰতিষ্ঠান—ইয়াক এনেধৰণৰ দুৰ্নীতিৰ কবলত পৰিবলৈ দি ধ্বংস হৈ যাবলৈ দিব নোৱাৰি। ইয়াত তেওঁলোক কেইজনে চাকৰি কৰা নাই নাইবা এজনৰো কোনো সম্পৰ্কীয় ভাই-ভতিজাই কাম কৰা নাই কিন্তু সেইবাবে যে তেওঁলোকে এই প্ৰতিষ্ঠানটিৰ সপক্ষে মাত নামাতিব তাৰ কোনো অৰ্থ নাই কাৰণ তেওঁলোক পোনে পোনে এই প্ৰতিষ্ঠানটোৰ লগত জড়িত নহলেও তেওঁলোকৰ দৰে আন

শ-শ মানুহেই হয়তো ইয়াৰ দ্বাৰা বৰ্ত্তী আছে সেয়েহে তেওঁলোকে সময়মতেই উপযুক্ত ব্যৱস্থা গ্ৰহণ কৰে। পৰিচালন সঞ্চালকে ফাকি দিলে, কৰ্ম্মচাৰী সস্থাক শুধিব, তেওঁলোকৰ পৰা পোৱা অভিযোগ চালি-জাৰি চাই প্ৰয়োজন হলে পুনৰ পৰিচালন সঞ্চালক নাইবা বিভাগীয় মন্ত্ৰী নাইবা বিভাগীয় মন্ত্ৰীও এনে কাৰ্য্যত লিপ্ত থকা প্ৰমাণ পালে পোণে পোণে মুখ্য মন্ত্ৰীৰ ওচৰলৈকে যাত্ৰা কৰিব। আনহাতে তাৰ মুখ্য মন্ত্ৰী গৰাকীয়ে অৱশ্যে তেওঁৰ মন্ত্ৰীসভাৰ কোনো মন্ত্ৰী বা বিধায়কৰ ওপৰত এনেধৰণৰ প্ৰমানিত অভিযোগ ৰাইজৰ তৰফৰ পৰা পালে তৎকালেই বিহিত ব্যৱস্থা গ্ৰহণ কৰে এইক্ষেত্ৰত অৱশ্যে আমাৰ ৰাজ্যৰ কথা সুকীয়া এতিয়া নহয় আগৰে পৰা। তথাপি ৰাইজে প্ৰতিবাদ কৰাত জানো কিবা অসুবিধা আছে? নে সেই কেইজন সভ্ৰান্ত বুঢ়াক উপযুক্ত অভিযোগ এটা অনাৰ বাবে মন্ত্ৰীয়ে ফাঁচী দিব পাৰিব? এনেধৰণৰ সচেতনতা যদি আমাৰ মাজত থাকিলেহেতেন বা সমূহ ৰাইজেই বিভিন্ন ধৰনৰ কামত মৃত্যুৰ আগমূহুৰ্ত্তলৈকে লাগি থাকিব পাৰিলেহেতেন তেন্তে ৰাজ্যখনৰ বিভিন্ন দিশত উন্নতি হ'ল হয় কিন্তু আমাৰ ৰাজ্যখনৰ বয়সস্থ লোকসকলে আদবয়ৰ পৰা নিসকটিয়া হৈ পৰে সব কথাই কথাই ডেকা চামৰ ওপৰত ভৰষা কৰে কিন্তু অসমৰ বাহিৰৰ ৰাজ্য সমূহৰ ক্ষেত্ৰত সেইটো নহয় তেওঁবিলাক বৃদ্ধ হলেও মৃত্যুৰ আগমূহুৰ্ত্তলৈকে শক্তিশালী, মনোবলীহৈ থাকে। আশী নব্বৈ বছৰীয়া বুঢ়া বুঢ়ীয়েও নিজৰ শৰীৰটো কাৰ্য্যক্ষম.কৰি ৰাখিবলৈ দৈনিক ব্যয়াম কৰে, পুৱা গধূলী শাৰীৰিক পৰিশ্ৰম কৰে নাইবা দৌৰা, খোজকঢ়া আদিৰ অভ্যাসটো ৰাখে কিন্তু আমাৰ ইয়াত? ইয়াত যদি তেনেধৰনৰ বয়সস্থ বৃদ্ধ এজনৰ কথা বেলেগই, পঞ্চাশ যাঠি বছৰীয়া ব্যক্তি এজনেও যদি এদিন পুৱাতে দৌৰা কোনোবা চেঙেলীয়া বা ডেকা-গাভৰুৱে দেখে তেওঁক তেওঁলোকৰ হাহি খিকিজালীৰ দ্বাৰাই দ্বিতীয় দিনৰ পৰা দৌৰাই বন্ধ কৰি দিব—

এনেধৰণৰ বহুতো কথা আমাৰ সমাজত এতিয়াও চলি আছে। সেয়েহে এইচাম গাৱলীয়া অস্বাভাৱিকভাবে বৃদ্ধহৈ পৰিছে তেওঁলোকে এনেবোৰ উন্নতিমূলক কাম কৰিব নোৱাৰে নাইবা ডেকা চামৰ উদ্ভান্দলিত বাধা বা উপদেশ দিব নোৱাৰে কিন্তু গাৱৰ কোনো এজনী ছোৱালীয়ে কাক ভাল পাইছে কাৰ লগত যাব বা বিয়া-কৰাব, তাৰ লগত গলে তাইৰ তথা তাইৰ পৰিয়ালৰ কেনেধৰনৰ বেয়া হুব এইবোৰ কথা কিন্তু ঠিক খুছৰি ফুৰিব পাৰে। সেয়ে এবেবোৰ কথা চিন্তা কৰিলে মোৰ অকণো ভাল নালাগে অতিজতে পঢ়া অনুৰুৰাই "অন্তৰা" নামৰ উপন্যাসখনৰ কথা এটালৈ মনত পৰে। তেখেতে লিখিছিল—"মালতী সৰুৰেপৰা মৌজা-দাৰৰ ঘৰত আক ৰঙাই উকিলৰ ঘৰত চাকৰ আছিল। উকিলৰ জীয়েক বানুৰ লগত ৰঙাইৰ বেয়া-দেখা বুলি তাক ডেকা অৱস্থাত উকিলনীয়ে খেদি দিলে। সি গাৱলৈ আহি এটা ঘৰ সাজিলে। আক বায়েক মালতীক আনিবৰ আচল কৰিলে কিন্তু খবৰ পালে মৌজাদাৰৰ পুতেক চন্দনৰ লগত বদনামহৈ তাই আত্মহত্যা কৰিলে। সি ভাবিবলৈ ধৰিলে কেনেকৈ প্ৰতিশোধ লব পাৰে মৌজা দাৰৰ ঘৰৰ। ঘৰত জুই দিম, পুলিচে মোক ধৰি নিব। কিন্তু সেয়ে হব মোৰ মনৰ সান্তনা। সেয়ে হব একেজনী বাইৰ পবিত্ৰ স্মৃতিৰ প্ৰতি এটুপি চকুলো।" অৱশ্যে এই ধৰনৰ প্ৰতিশোধটিৰ কথা মোৰ মনত পৰিলেই মই নিজে এজন পাপী বুলিহে নিজকে ভাবি লও জানা? এনে কথা মনলৈ আনা নাইবা লিখি প্ৰচাৰ কৰিবলৈকো মোৰ মনে নকয়—মোৰ মনটোৰ ধাৰণটোও মাত্ৰ এক অবাস্তৱ ধাৰনাহে। কাৰণ মোৰদৰে এজন ল'ৰাৰ দ্বাৰা এনে এক কাম সংঘটিত হব নোৱাৰে, কেতিয়াও নহয়।

তুমি মোক আজি এৰি গলা, মোৰ মনত আজি অশান্ত বেদনাই বিৰাজ কৰিছে-মই আজি মই হৈ থকা নাই তথাপি মই যেন তোমাক দোষ দিব নোৱাৰো অঞ্জলী। মই ধৰি লৈছো-মাত্ৰ

মোৰ কপালৰ দোষ, সময়ৰ প্ৰতিক্ৰিয়া। ইয়াৰ বাবে মই কাকো দোষীব নোৱাৰো। কাৰণ কেতিয়াবা সময় বেয়া হ'লে মানুহৰ জীৱনলৈ এনে ধৰনৰ দুৰ্যোগ নামি আহে। মোৰো সময় ভালে থাকোতে তুমিও মোৰ জীৱনলৈ আনন্দৰে চাপি আহিছিলা, তোমাক লৈয়ে মই মোৰ ভবিষ্যত জীৱনৰ নানান সপোন ৰচিছিলো, নানান কল্পনা কৰিছিলো আৰু আজি হয়তো মোৰ সেই ভাল সময়বোৰ জীৱনৰ পৰা আতৰি গ'ল আৰু মোৰ জীৱনলৈ এনে অশান্তি নামি আহিল। সময়েই হৈছে মানুহৰ জীৱনৰ প্ৰকৃত বিচাৰক। সময় যেতিয়া বেয়া হব তাক কোনোৱে বাধা দিব নোৱাৰে-আৰু যিমান দিনলৈ এই সময়বোৰ বেয়াহৈ থাকিব যিমান দিনলৈ কোনোৱে পৰিত্ৰান নাপায় আকৌ যেতিয়া সময় ভাললৈ আহিব তেতিয়া সৌভাগ্যই জীৱনক পুনৰ আন্দময় কৰি তুলিব। সেই কাৰণেই সময় ভাল থাকোতেই মানুহে নিজৰ কাম:বোৰ সম্পাদন কৰিব নোৱাৰিলে পাচত হা-হুমুনিয়াহ কাঢ়ি কোনো লাভ নাই। সেয়ে হয়তু কবি শ্ৰীনীলমনি ফুকনদেৱে তেখেতৰ 'সময়' নামৰ প্ৰবন্ধটোত লিখিছিল "সময়ৰ শৰ মাৰিব নাজানিলে শৰ পছৰ মঙহ খাবলৈ আশা কৰা মিছা"। ঠিক একেদৰেই কবি গৰাকীৰ কথাষাবৰ দৰেই মোৰো যিহেতু একে দশাই হ'ল সেয়ে মই আৰু কাকো দোষীব নোৱাৰো-মোৰ ওপৰতো অকনো নিজৰো ক্ষুভ দোষ নাই। এইবোৰ অকল মোৰেই ভুলৰ প্ৰতিফল। মোৰ জীৱনত সুদিনৰ প্ৰভাব থাকোতেই যদি ই মোৰ কামকেৰা সমাধান কৰি ল'ব পাৰিলো হয় তেন্তে আজি এনেদৰে অনুতপ্ত হব নালাগিলহেতেন আৰু আজি কুদিন পৰাত মিছাতে তোমাক এনেদৰে অদৰকাৰী কথাবোৰ বলকি থাকিব নালাগিল হেতেন।

এতিয়া অৱশ্যে এই কুদিন মোৰ জীৱনলৈহে নামি আহিল-তোমাৰ বাবে নহয়-সেয়ে তোমাক মিছাতে এনে বোৰ কথাকৈ তোমাৰ মনতো দুখ দিয়াৰ মোৰ উচিত নাছিল তথাপি তোমাৰ চিঠিখনৰ

উত্তৰ দিবলৈহে এই কেইটা কথা তোমাৰ বাবে লিখিবলৈ বাধ্য হ'লো। কাৰণ অসমীয়াত "কথাত কথা বাঢ়ে, খৰিকাত বাঢ়ে কাণ। মাকৰ ঘৰত জীয়েক থাকে সহি থকা টান॥" কথাষাৰৰ দৰেই মোৰো এই কথাবোৰ অনিচ্ছাকৃত ভাবেৰেই কিন্তু অনৰ্গল ওলাই আহিল। মনত ভাবৰ সঞ্চাৰ হ'ল যেতিয়া তাক মই লিপিবদ্ধ কৰি ৰাখিবলৈকে এইবোৰ লিখি পেলালো, কাৰণ সদায়ে, সকলো সময়তে মানুহৰ মনলৈ এনেবোৰ ভাব নাহে, কেতিয়াবা আহিলেও তাক লিপিবদ্ধ কৰি নাৰাখিলে পুনৰ পাহৰি যোৱা যায় সেয়ে মই কিছুমান নিজৰ মনোভাবকে কেতিয়াবা কৰবাত কামত আহিব বুলি লিখি ৰাখো ধৰিলোৱা তোমাৰ চিঠিৰ জড়িয়তেই মই আজিও মোৰ মনোভাববোৰ লিখি ৰাখিলো। কাৰণ আজিৰ মনোভাবটো নিশ্চয় আন আন দিনৰ তুলনাত একেবাৰে বেলেগ হব। আজি মোৰ জীৱনলৈ অভিশাপ নামি আহিল, চৰম অশান্তি সেয়ে আনৰ এনেবোৰ পৰিস্থিতিত উদ্ভৱহোৱা মনোভাব আৰু মোৰ মনোভাব নিশ্চয় উদেশ্যত একে হ'লেও তাড়নাত বেলেগ হব। সেয়েহে মনৰ অশান্ত পৰিবেশটোক স্বস্তালিবলৈ মনলৈ যি আহিছে তাকে খৰকৈ লিখি গৈছো—ধৰিললো এয়াই মোৰ তোমাৰ চিঠিখনৰ উত্তৰ। এনে এটা দিন মোৰ জীৱনলৈ কেতিয়াবা আহিব বুলি অৱশ্যে মই কেতিয়াও ভবা নাছিলো ; চিন্তাও কৰিব পৰা নাছিলো-কিন্তু কেতিয়াবা কোনোবা এদিন এনে ধৰনৰ এটা চিন্তা মনলৈ আহোতে অৱশ্যে মই ভাবছিলো "নিজৰ মনটোক নিজে নিয়ন্ত্ৰিত কৰা, সংযমিত কৰা আদিৰ গুন মোৰ নিজৰেই থাকিব লাগিব যিয়ে যি কোনো বিপদ বা সংকট কালত মাক ধৈৰ্য্যৰ সীমৰেখাত আত্ম সন্মান আৰু আত্মমৰ্য্যাদাৰ পৰা ৰক্ষা কৰিব পাৰে আৰু জনমানসত প্ৰচাৰিত হ'ব পৰা যিকোনো দুৰ্নামৰ পৰা মোক স্বচ্ছ পৰিচয়েৰে আত্মগৌৰব অটুট ৰখাত সহায় কৰিব পাৰে।" সেয়ে এতিয়া সুদিন আহিল বুলিয়ে যে মই তোমাক হেয় জ্ঞান কৰি কৰ্কশনা

কৰিম তোমাৰ চৰিত্ৰৰ ওপৰত মিছাতে কুৎসা ৰটনা কৰিম-এনে স্বভাৱ মোৰ কিন্তু অকনো নাই। এয়া মোৰ আজিৰ মনোভাব নহয়; সকৰে পৰা মই এই শিক্ষা আহৰণ কৰি আহিছো। সকতে মই পঢ়ি অহা ৺লক্ষ্মীনাথ বেজবৰুৱাদেৱৰ "অন্তৰ প্ৰতি ব্যৱহাৰ" নামৰ প্ৰবন্ধটিৰ এষাৰি কথা মোৰ এতিয়াও মনত আছে। সেই প্ৰবন্ধটিত তেখেতে লিখিছিল "সুদিনত সৎকাৰ আৰু দুৰ্দ্দিনত ইতিকিং কৰা সৰু মনৰ চিন।" কিন্তু মোৰ অতীতৰ মৰমী অঞ্জলীজনী। মই আজিহে উপলব্ধি কৰিব পাৰিছো যে মানুহৰ মনৰ ভাৱধাৰা আনৰ বিপদ ক্ষেত্ৰত প্ৰকাশ কৰিবলৈ, বুজনী বা উপদেশ দিবলৈ যিমান সহজ-ব্যক্তিগত জীৱনলৈ আহি পৰা বিপদৰ ক্ষেত্ৰত কিন্তু সেই সকলোবোৰেই হৈ পৰে অতিশয় কঠিন; বেদনাদায়ক আৰু শান্তনাবিহীন। সেয়ে হয়তু মন্নো মনৰ বহু আক্ষেপৰ বাবেহে এনেবোৰ কথাৰ অৱতাড়না কৰিব লগা হ'ল তথাপি মোৰ কিন্তু এটা বিপৰীত স্বভাৱো আছে মই সহজতে কাৰো অহিত চিন্তা নকৰো কৰিব নোৱাৰো। কিন্তু তথাপি বিপৰীত পক্ষৰ নেৰানেপেৰা অসত্যালী, অপপ্ৰচাৰ, হিংসা আদিৰ প্ৰতিশোধ লবলৈ কিন্তু মোৰ মনটো সদায়ে উদ্বত হৈ পৰে। কেতিয়াবা কিন্তু দেখিছো এনেবোৰ ব্যক্তিক মই নিজে প্ৰতিশোধ নললেও ভগবানে তেওঁক মোৰ চকুৰ আগতেই বিপদত পেলায়, মোৰ প্ৰতিহিংসাৰ পুতক তোলে।

অঞ্জলী, মোৰ জীৱনৰ আজি অতীত হৈ যোৱা কোনোৱা এটা দিনত কোনোবা এখন চিঠিত তুমি মোলৈ লিখা এটা কথা কিন্তু মই আজিও পাহৰিব পৰা নাই। বাৰে বাৰে তোমাৰ সেই কাকি বিশেষ উক্তিলৈ মনত পৰি আছে। তুমি লিখিছিলা—॥ আপুনীয়ে মোৰ জীৱনৰ প্ৰথম প্ৰেমিক-আপুনীয়ে মোৰ মন আকাশত প্ৰথম প্ৰেমৰ ভাৱৰ সঞ্চাৰ কৰিলে আৰু আপুনীয়ে মোৰ যৌৱনৰ সুপ্ত ভাৱৰত প্ৰথম খুন্দা মাৰি ভৱিষ্যতৰ দিনবোৰ উজলাই তুলিবলৈ

বিজুলীৰ সৃষ্টি কৰিলে-যাৰ পোহৰে দিগন্তৰ চৌদিশত আনন্দৰ প্ৰতিধ্বনী কৰিলে যাৰ পৰশত মোৰ জীৱনলৈ শান্তিৰ এক কোমল অস্তিত্ব নামি আহিল ; আনন্দৰ জোৱাৰবোৰে উতলা যৌৱনক মতলীয়া কৰিলে—যুগ্ম জীৱনৰ সপোনে মোক উত্তেজিত কৰিলে ।”—আজিহে বুজিছো তোমাৰ কথা কেইটাৰ যে প্ৰকৃত অৰ্থপূৰ্ণ তাতপৰ্য্য আছিল—কিন্তু মইহে মোৰ উতলা যৌৱনৰ ব্যাকুলিত হিয়াৰে—সেইসময়ত এই কথাখিনিৰ গুৰুত্ব উপলব্ধি কৰিব পৰা নাছিলো । এতিয়াহে বুজিলো যে যৌৱনৰ ভাৱবোৰ অতি ক্ষন্তেকীয়া, বিজুলী ধেৰেকনীবোৰো ক্ষন্তেকীয়া আৰু যুগ্ম জীৱনৰ সপোন সচায়ে সপোনৰ দৰেই ভ্ৰান্ত । তোমাৰ লিখনীক তেতিয়া, সেই সময়ত মই বুজিব পৰা নাছিলো কিন্তু আজিহে বুজিলো যেতিয়া তুমি মোৰ জীৱনৰ পৰা সপোনৰ দৰে আতৰি গলা । সেয়ে মোৰ আজি মনত পৰিছে আন এজন লিখকৰ এটি কথা মানে পদ্ম বৰাদেৱে তেখেতৰ ‘মনিকা’ নামৰ কিতাপ খনত লিখিছিল “তুমি সচাকৈয়ে নিষ্ঠুৰ ; ভীষণ নিষ্ঠুৰ । তুমিয়ে দেখোন কৈছিলা তোমাৰ মন আকাশত মই জোনাক সিচিছিলো ; তোমাৰ বীনাৰ তাঁৰত মই কপনি তুলিছিলো ; ক'ত হেৰাই গ'ল সেই জোনাক ? কিয় মাৰ গ'ল সেই সুৰৰ কপনি ?

থিক একেদৰেই আজি মোৰ অন্তৰত সীমাহীন দুখদি তুমি মোৰ জীৱনৰ পৰা আতৰি গ'লা । মোৰ জীৱন আৰু অন্তৰলৈ আজি কিমান বিৰহৰ বেদনা নামি আহিছে তাক একমাত্ৰ মইহে উপলব্ধি কৰিব পাৰিছো । মোৰ অন্তৰৰ এই করুন অৱস্থাৰ কথা তুমি হয়তু বুজিব নোৱাৰিবা। “ৰশ্মিৰ কাবেং” নামৰ কিতাপখনত শ্ৰীসুৰেশ গোস্বামীদেৱে লিখাৰ দৰে “কোনোবা বৈজ্ঞানীকে যদি মানুহৰ সুখ-দুখ জুখি চাবলৈ থেৰ্মোমিটাৰৰ দৰে এডাল যন্ত্ৰ উলিয়ালেহেতেন পৃথিবীৰ কোন মানুহ কিমান সুখী তৎক্ষনাত ওলাই পৰিল হেতেন ।”—একেদৰেই মোৰ অন্তৰখনো তেনে যন্ত্ৰ এটা থকা হলে

তুমি নিজেই জুখি চাব পাৰিলাহেঁতেন আৰু তেতিয়াই বুজিলা হয় মোৰ অন্তৰৰ দুখ, বেদনাৰ মিটাৰ কিমান তললৈ নামিছে।

অঞ্জলী! মোৰ অন্তৰখনে তোমাকেই একমাত্ৰ কল্পনাৰ ৰাণী কৰি, জীৱনৰ সঙ্গী কৰি লৈছিল সেই দিনাৰ পৰাই-যিদিনা তুমি মোক তোমাৰ প্ৰথমখন চিঠিৰে তোমাৰ অন্তৰৰ কথা, মোৰ প্ৰতি থকা তোমাৰ ভালপোৱাৰ কথা, আৰু আমাৰ মিলনত তোমাৰ কল্পনাত ভাহি উঠা এখন সোণৰ সংসাৰৰ কথা প্ৰকাশ কৰিছিলা। মোৰ মনৰ কল্পনাত মই তোমাক মোৰ প্ৰাণৰ প্ৰতিমাৰদৰে সজাই ৰাখিছিলো; আনন্দৰ জোৱাৰবোৰে মোৰ বলিয়া যৌৱনত তোমাক পাবলৈ ব্যাকুলিত কৰিছিল. পুৱা গধুলি ভগৱানৰ ওচৰত ধূপদীপ লৈ পূজা অৰ্চনা কৰোতে মোৰ মনতে আৰু অনুভব হৈছিল মই যেন সেই ধুপ-দীপৰে তোমাকো অন্তৰেৰে পূজা কৰিছো। মই তোমাক মোৰ অন্তৰৰ এক জাগ্ৰত দেৱী বুলি গন্য কৰিছিলো কিন্তু আজি মোৰ অন্তৰৰ পৰা এই ভাবৰ তাড়নাবোৰ যেন দূৰ দিগন্তলৈ আতৰি গ'ল। মোৰ অতীতৰ কল্পনাবোৰ কল্পনাহৈয়ে ৰল! মৰুভূমিত মৰীচিকা দেখি তৃষ্ণাতুৰ প্ৰাণীয়ে খেদি যোৱাৰ দৰে ময়ো মাত্ৰ আগুৱাই গৈছিলো মোৰ মন মৰীচিকাৰ কাষলৈ যাব বাবে শ্ৰীবীৰেশ্বৰ বৰুৱাদেৱে তেখেতৰ "অনেক পুতলাৰ নাচ" নামৰ কিতাপখনত লিখিছিল "আজি বুজিছো, কোনো ছোৱালীয়েই দেৱী হোৱাৰ উপযুক্তা নহয়। ছোৱালীৰ দেৱীত্ব কেৱল উৰ্ব্বৰ মস্তিকৰ কল্পনাতহে সম্ভৱ। ছোৱালীৰ দেৱীত্ব এক-এক মৰীচিকা।"

মোৰ এনে কিছুমান কথাত তোমাৰ নিশ্চয় আজি খং উঠিব নহয়? অনুগ্ৰহ কৰি মোক ক্ষমা কৰিবা অঞ্জলী! মই যে আজি তোমালৈ মাত্ৰ দুআষাৰমান কথা লিখিবলৈ গৈ ইমান বিলাক কি কি লিখিলো নিজেই নাজানো কিন্তু লিখাৰ পাচত আৰু পুনৰ কাটি দিবলৈ মোৰ ইচ্ছা নগল সেয়ে একেখনেই পঠাই দিলো—তুমি বেয়া নাপাবা। মনৰ আবেগত হে এনেবোৰ কথা লিখিলো আৰুতো

নিলিখো মোৰ পৰাটো আৰু তুমি কোনো আমনি নোপোৱা সেয়ে শেষবাৰৰ বাবে এইখন চিঠি যদি তুমি বহু দীঘলীয়া, অসহ্যদায়ক আদি বুলি গণ্যও কৰা তথাপি মইতো গম নাপাম। তথাপি মই কিন্তু তোমাক অকনো বেয়া পোৱা নাই অঞ্জলী—জীৱনলৈ মই তোমাক স্মৰণ কৰিম, তোমাৰ উন্নতি কামনা কৰিম ; আৰু তোমাৰ কিবা দোষ হৈছে বুলি কেতিয়াবা ভাবিছো যদিও সকলো দোষ তোমাৰ মঙ্গলৰ বাবে ক্ষমা কৰিছো। এই ক্ষমাৰ বাবে মোৰো তোমাৰ প্ৰতি এটি অনুৰোধ মোৰ অন্তৰৰ মৰমবোৰে প্ৰকৃততে তোমাৰ অন্তৰ জয় কৰিব নোৱাৰিলেও, মোৰ এনেধৰণৰ বহলোৱা চিঠি সমূহে সময়ে সময়ে তোমাৰ সময়ৰ ক্ষতি কৰাত আৰু মোৰ যৌৱনাদীপ্ত চঞ্চল মনটোৱে তোমাৰ যৌৱনৰ নতুন জীৱনত আঘাট হনাৰ দৰে সীমাহীন ভুলৰ বাবে মোক জীৱনৰ বাবে ক্ষমা কৰিবা অঞ্জলী।

শেষত তোমাৰ বিয়াৰ বাবে তুমি জনোৱা আনন্দৰ আমন্ত্ৰনক মই নিশ্চয়ে পালন কৰিম বুলি আজিয়ে ইয়াৰদ্বাৰা তোমাক প্ৰতিশ্ৰুতি দিলো তোমাৰ বিয়াত নিশ্চয় যাম। কিয় জানা? মোৰ কল্পনাৰ বাণীহে মোৰ জীৱনলৈ আহিবা বুলি ভাবি থাকোতেই মোৰদৰে আন এজনৰ জীৱনসঙ্গীহে চিৰদিনৰ বাবে গুচি যাবলৈ আনন্দত বিহ্বলহৈ প্ৰকৃতিৰ চিৰন্তন নীতিত সাজি-কাঁচি ওলাই থকা বসন্ত কালৰ অফুৰন্ত সুবাসত সুবাসী হোৱা মোৰ অতীতৰ প্ৰাণৰ প্ৰতিমা জনীক নতুন সাজত শেষবাৰৰ বাবে এবাৰ চাবলৈ। আৰু সেয়ে হব মোৰ প্ৰথমখন চিঠিত উল্লেখ কৰাৰ দৰে কল্পনাৰ বাণী মধুৰ বসন্ত! মোৰ অতীত আৰু মৰীচিকাৰ দৰে মোৰ জীৱনত আৱিৰ্ভাৱ হোৱা বাস্তৱৰ চিৰসুন্দৰী মোৰ মৰমৰ মৰমী অঞ্জলীজনী! যাৰ ৰূপ লাৱণ্যক মই কল্পনা কৰাতকৈও হয়তু অধিক ধুনীয়াৰূপত শেষবাৰৰ বাবে এবাৰ উপভোগ কৰিব পাৰিম আৰু চিৰদিনৰ বাবে অন্তৰৰ দুখ জনয়তো এটি হাহিৰ বোল বিৰিঙাই মনৰ জোৰতে তোমাক আশিৰ্ব্বাদ দিব পাৰিম।

এয়াই মোৰ শেষ কল্পনা !

মোৰ হাজাৰ-বিজাৰ মৰমাশীৰ্ব্বাদ তোমাৰ বাবে পুনৰ পঠালো—আৰু চিৰদিনৰ বাবে তোমাৰ মৰমৰ পৰা আজি মই বিদায় মাগিলো।

ইতি

তোমাৰ প্ৰদীপদা

# শুদ্ধৰণী

| পৃষ্ঠা | শাৰী | হৈছে | হব লাগে |
|---|---|---|---|
| ২ | ৪ | কুমল | কোমল |
| ৪ | ১৭ | কুমল | কোমল |
| ৫ | ৮ | কুমল | কোমল |
| ১০ | ১৯ | কোমলীয়া | কমনীয় |
| ২০ | ২১ | কি | যিয়ে |
| ২১ | ১০ | ভাৰতে | ভাৰত |
| ২৫ | ১৩ | টোকলালৈ | টেকেলালৈ |
| ৩৯ | ১০ | তৃলি | তুমি |
| ৩৯ | ২৪ | যৌন | যৌৱন |
| ৪৩ | ৭ | ধৌন | যৌন |
| ৫০ | ১ | গুছি | গুচি |
| ৬৩ | ৫ | অ'পোজনৰ | আপোনজনৰ |
| ১২০ | ১৮ | পাচতা | পাচটা |
| ১২২ | ১০ | দুষিবা | দোষীবা |
| ১২৩ | ২৪ | তোত | তোৰ |
| ১২৮ | ১৩ | যোগৰে | যুগৰে |
| ১৩৭ | ২২ | ক্ষুত্র | ক্ষুদ্র |
| ১৩৮ | ১৯ | মতি | মাতি |
| ১৪২ | ২৪ | কোমাৰ | তোমাৰ |
| ১৪৩ | ১৫ | যৌৱমত | যৌৱনত |
| ১৪৪ | ৯ | দুখৰ | দোষৰ |
| ১৪৪ | ১৬ | দুখ | সুখ |
| ১৪৪ | ২৩ | নীয়ম | নিয়ম |
| ১৪৫ | ১২ | এই | এক |
| ১৪৫ | ২৪ | লক্ষহীন | লক্ষ্যহীন |
| ১৪৬ | ৯ | বোৰা | বোৰ |
| ১৪৬ | ২২ | আজিৰ | আদিৰ |
| ১৪৯ | ২০ | কোনতা | কোনতো |
| ১৫৪ | ২৬ | একুৰাহৈ | একুৰালৈ |
| ১৬১ | ১৭ | আদবয়ৰ | আদবয়সৰ |
| ১৬৩ | ২০ | ই | মই |
| ১৬৬ | ৯ | মুগ্ম | যুগ্ম |